# নাবান্ধা নামাৰা মাৰ মোকে

প্ৰণবপ্ৰাণ ভট্টাচাৰ্য




জ্যোতি প্ৰকাশন
যশোৱন্ত ৰ'ড ★ পাণবজাৰ
গুৱাহাটী-৭৮১০০১
অসম

NABANDHA NAMARA MAAO MOKE
*A novel written by PRONOBPRAN BHATTACHARYA*
*and Published by Smt. Ila Sarmah, Jyoty Prakashan.*
Guwahati-781001
Price : Rupees Twenty Five Only.

# ।। নাবান্ধা নামাৰা মাৰ মোকে ।।

।। প্ৰণৱপ্ৰাণ ভট্টাচাৰ্য ।।

॥ প্ৰথম প্ৰকাশ : যোৰহাট গ্ৰন্থমেলা, ১৯৯৩ ॥

॥ বেটুপাত / শ্ৰীত্ৰৈলোক্য দত্ত, গুৱাহাটী ॥

॥ ছপা / শ্ৰীসুনীল কুমাৰ নন্দী / শান্তনু প্ৰিণ্টাৰ্ছ / কলিকতা-৬ ॥

।। মূল্য : ২৫.০০ টকা ।।

পূজনীয়া আই

শ্ৰীযুতা চাৰুবালা দেৱীৰ

কৰকমলত, শ্ৰদ্ধাৰে।

## উপন্যাসখনিৰ সম্পৰ্কে অভিমত

প্ৰকাশ

### ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য

মৰমৰ প্ৰণৱ,

তোমাৰ উপন্যাসিকাখন ( নাবাজা নামাবা মাৰ মোকে ) সম্ভাৱনাপূৰ্ণ। তুমি নিয়মিতভাৱে সাহিত্য চৰ্চা কৰা আৰু লেখা। সকলো লেখকৰে আত্ম-প্ৰশিক্ষণ আৱশ্যক। এই আত্ম-প্ৰশিক্ষণ একপ্ৰকাৰ আত্ম-আৱিষ্কাৰেই। আত্ম-প্ৰশিক্ষণ সহায়ক গ্ৰন্থ আৰু মানুহ গুৱাহাটীত যথেষ্ট আছে। এইবোৰৰো তুমি সহায় ল'ব পাৰা। আশাকৰো তোমাৰ মঙ্গল। ইতি

তোমাৰ

স্বাক্ষৰ/বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য

### ড° হেমন্ত কুমাৰ শৰ্মা

স্নেহাস্পদেষু,

-দেৱালীৰ প্ৰীতি আৰু শুভেচ্ছা গ্ৰহণ কৰিবা।

শাৰদীয় সংখ্যা 'প্ৰকাশত' তোমাৰ উপন্যাস 'নাবাজা নামাবা মাৰ মোকে' পঢ়ি বৰ আনন্দ পালোঁ। উপন্যাসখনত মধ্য বিংশ অসমৰ গাঁৱলীয়া জীৱনৰ চিত্ৰ অতি নিখুঁতভাৱে প্ৰকাশ পাইছে। আমাৰ অসমীয়া সাহিত্যত ভালে সংখ্যক উপন্যাস ওলাইছে যদিও গাঁৱৰ বাস্তৱ চিত্ৰৰ ৰূপায়ণ খুব কম সংখ্যক উপন্যাসতহে কলাসন্মতভাৱে হোৱা বুলি ক'ব লাগিব। তোমাৰ উপন্যাসত তেনে কলাসন্মত ৰূপ দেখি আনন্দিত হৈছো আৰু ইয়াৰ কাৰণে তোমাক অভিনন্দন জনালো।

আশা কৰোঁ উপন্যাসখন পুনৰ গ্ৰন্থৰ ৰূপত পঢ়িবলৈ পাম। তোমাৰ পৰা আৰু এনে বিষয়ক উপন্যাস পাম বুলি আশা কৰিলোঁ।

শেষত শুভ কামনাৰে। তোমাৰ

শ্ৰীপ্ৰণৱপ্ৰাণ ভট্টাচাৰ্য স্বাক্ষৰ/হেমন্ত শৰ্মা

গুৱাহাটী

### ড° নাৰায়ণ দাস

অসম সাহিত্য সভাৰদ্বাৰা আয়োজিত উপন্যাস প্ৰতিযোগিতাত পুৰস্কাৰপ্ৰাপ্ত, গল্পকাৰ শ্ৰীপ্ৰণৱপ্ৰাণ ভট্টাচাৰ্যৰ শেহতীয়া উপন্যাস 'নাবাজা নামাবা মাৰ মোকে' পঞ্চদশ বৰ্ষৰ বিশেষ শাৰদীয় সংকলন প্ৰকাশ'ৰ ( চেপ্তেম্বৰ-অক্টোবৰ, ১৯৯০ ) যোগেদি পোহৰলৈ আহিছে। স্বাধীনোত্তৰ কালীন উত্তৰ কামৰূপৰ এক বিশেষ অঞ্চলৰ গ্ৰাম্য জীৱনৰ এমূৰ্তিমান সজীৱ চিত্ৰৰ বাস্তৱ প্ৰকাশ এই উপন্যাসখনি।

উচ্চ শিক্ষা-দীক্ষাৰ সুবিধা নথকা, বিজুলী বাত্তিৰ পোহৰ নপৰা, যান্ত্ৰিক যান-বাহনৰ সুযোগ লাভৰ পৰা আঁতৰি থকা গাঁৱৰ ল'ৰা মানসৰ চৰিত্ৰত পৰিস্ফুট শিশুসুলভ তেম, দুষ্টামী প্ৰভৃতিৰ আধিক্যলৈ লক্ষ্য ৰাখি শ্ৰীভট্টাচাৰ্যই উপন্যাসখনৰ নামকৰণ 'নাবান্ধা নামাৰা মাৰ মোকে' কৰাটো ব্যঞ্জনাধৰ্মী হৈছে। উপন্যাস-খনৰ কাহিনীৰ বিকাশ স্বাভাৱিক ; চৰিত্ৰ সীমিত আৰু সিইত স্বকীয় বৈশিষ্ট্যৰে প্ৰাণময়। ক'তো বৰ্ণনাৰ অস্বাভাৱিকতা নাই—বৃথা বাগাড়ম্বৰে পাঠকক আমনি নিদিয়ে। চৈধ্যিয়া ম'হৰ গাড়ীত কৰা ভ্ৰমণ স্নেহ বৰুৱাৰ নিৰ্বাচনী উদ্যোগ, মানসৰ শিক্ষা জীৱনৰ ক্ৰম-উত্তৰণ, গাঁৱৰ ল'ৰা-ছোৱালীৰ লিচুগুটিৰে লাটুম সাজি ঘূৰোৱা খেল, পানীত মাছ ধৰাৰ প্ৰযত্ন, নতুনকৈ গাঁৱলৈ অহা বেটাৰী চালিত ৰেডিঅ' চোৱাৰ আশ্চৰ্য-অদ্ভুত আমেজ। মৰিশালিৰ ভূত-প্ৰেতৰ অহৈতুক ভীতিগ্ৰহতা প্ৰভৃতিৰ বৰ্ণাঢ্য নিখুঁত বৰ্ণনাই উপন্যাসখনিক এখনি সাৰ্থক চহা উপন্যাসলৈ ৰূপান্তৰিত কৰিছে। শিশু চৰিত্ৰৰ আধাৰত অসমীয়া ভাষাত যি কেইখনি ৰসোত্তীৰ্ণ উপন্যাস ৰচিত হৈছে, সেই কেইখনিৰ ভিতৰত শ্ৰীভট্টাচাৰ্যৰ উপন্যাসখনিয়ে এক বিশিষ্ট আসনত সমাসীন হ'ব বুলি মোৰ দৃঢ় বিশ্বাস। উপন্যাসখনি গ্ৰন্থাকাৰে প্ৰকাশ পালে সমালোচনাৰ কাৰণে সুচল হ'ব। অসম প্ৰকাশন পৰিষদে উপন্যাসখনি গ্ৰন্থাকাৰে প্ৰকাশ কৰাৰ দায়িত্ব বহন কৰিলে গ্ৰন্থকাৰ আৰু পাঠকসমাজ উভয়ে যে উপকৃত হ'ব, তাত অকণো সন্দেহ নাই।

স্বাক্ষৰ/ড° নাৰায়ণ দাস
প্ৰবক্তা, প্ৰাগ্‌জ্যোতিষ মহাবিদ্যালয়
গুৱাহাটী
দিনাংক—৩।২।৯১

# 'প্ৰকাশ'ৰ শাৰদীয় বিশেষ সংখ্যা

'প্ৰকাশ'ৰ শাৰদীয় বিশেষ সংখ্যাটি পঢ়ি সঁচাকৈয়ে আপ্লুত হৈছো। সংখ্যাটি সৰ্বাঙ্গ সুন্দৰ হোৱাৰ উপৰিও পৰিয়ালৰ সংৰক্ষণৰ বাবে অতি উপযুক্ত হৈছে। নগেন্দ্ৰ নাথ বৰুৱাৰ 'সতী' আৰু যোগেশ দাসৰ 'সৌভৰ বিপৰীতে' উপন্যাস দুখনৰ উপৰিও তৰুণ লিখক প্ৰণবপ্ৰাণ ভট্টাচাৰ্যৰ 'নাবান্ধা নামাৰা মাৰ মোকে' উপন্যাসখন বিশেষ ভাল লাগিছে। উপন্যাসখনত এজন শিশুৰ উত্তৰণৰ এখনি সুন্দৰ আদৰ্শনীয় প্ৰতিচ্ছবি অঙ্কিত হোৱাৰ লগতে বিদৰ্ভ মাষ্টৰ চৰিত্ৰটি এজন আদৰ্শ শিক্ষকৰ ৰূপত সুন্দৰভাৱে চিত্ৰায়িত হৈছে। উপন্যাসখনৰ যোগেদি শিশুসকলেই নহয় অভিভাৱকসকলেও অনেক আদৰ্শনীয় কথা শিকাৰ সুন্দৰ সুযোগ পাব।

মনমোহন দাস
গুৱাহাটী

# ভূমিকা

প্ৰকৃততে উপন্যাসৰ ভূমিকা বা পাতনিৰ কোনো প্ৰয়োজন নাই—। সি তাৰ বক্তব্য নিজেই ক'ব লাগে। উপন্যাসখনৰ লগত সংযোজিত সুধী সমাজৰ বিভিন্ন অভিমত আৰু প্ৰশংসাই মোক এইখিনি প্ৰত্যয় জন্মাবলৈ সক্ষম হৈছে যে "নাবান্ধা নামাৰা মাৰ মোকে" নিজৰ বক্তব্য নিজে প্ৰকাশিব পাৰিছে। তথাপিও এই গৌৰচন্দ্ৰিকাৰ অৱতাৰণা কৰিবলগীয়া হ'ল শিশু চৰিত্ৰৰ ভেটিত লেখা কাহিনীৰ বাবে।

বৃদ্ধ, প্ৰৌঢ়, যুৱক, যুৱতীক মূল চৰিত্ৰ হিচাপে লৈ কেইবাখনো উপন্যাস লেখা হ'ল। ইয়াৰে "নক্ষত্ৰৰ দৰে জাগ্ৰত" আৰু "নিৰ্মম কালবেলা" নামৰ প্ৰথম দুইখন পুথিয়ে অসম সাহিত্য সভাৰ দ্বাৰা শ্ৰেষ্ঠত্বৰ স্বীকৃতি পাই ক্ৰমে "স্বৰ্গীয় গিৰিধৰ শৰ্মা" সোঁৱৰণী আৰু "অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী বঁটা" কঢ়িয়াই অনাত লেখাৰ সাহস আৰু প্ৰেৰণা দুগুণে বৃদ্ধি হ'ল। ঠিক তেনে সময়তে কেন্দ্ৰীয় চৰকাৰৰ দ্বাৰা আয়োজিত শিশু সাহিত্যৰ প্ৰতিযোগিতাৰ বাবে প্ৰাকৃতিক আৰু সামাজিক পৰিবেশক গুৰুত্ব দি (তেওঁলোকে বিচৰামতে) "নাবান্ধা নামাৰা মাৰ মোকে" লেখি উলিয়ালো। উৰহী গছৰ ওৰ নোপোৱা সেই প্ৰতিযোগিতাত উপন্যাসখন সফল হ'ব নোৱাৰিলেও "প্ৰকাশ" আলোচনীৰ প্ৰাক্তন সম্পাদক জ্ঞানপীঠ বঁটা বিজয়ী চিৰনমস্য ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যদেৱৰ বিচাৰত এয়া এক অনুপম সৃষ্টি হিচাপে বিবেচিত হ'ল। তেখেতে অভিভূত হৈ উপন্যাসখনৰ বিদৰ্ভ মাষ্টৰ যদি প্ৰকৃত চৰিত্ৰ তেনেহলে তেখেতৰ লগত পৰিচয় কৰাই দিয়াৰৰ বাবেও মোক কৈছিল। দুঃখৰ বিষয় প্ৰকৃত বাস্তৱৰ পৰা লোৱা সেই চৰিত্ৰটিয়ে (যাৰ মহত্ব আদৰ্শক মই শিশুৰ দৃষ্টিভঙ্গীৰে সম্পূৰ্ণ প্ৰকাশিব পৰা নাই) দহ-বাৰ বছৰ আগতেই স্বৰ্গপ্ৰয়াণ কৰিছিল। যিয়ে নহওক, মূল নায়ক শিশু চৰিত্ৰ গৌৰাৰ গোবিন্দ মানসৰ উত্তৰণৰ বাবে যি ঔৎসুক্যৰ সৃষ্টি কৰিছে, তাৰ প্ৰকৃত স্বাদ পাঠকে আহৰণ কৰাত অন্তৰায়ৰ সৃষ্টি হ'ব বাবেই ডঃ ভট্টাচাৰ্য-দেৱে উপন্যাসখন প্ৰকাশ আলোচনীত ধাৰাবাহিক প্ৰকাশ নকৰি, সেইবাৰ প্ৰথমবাৰৰ বাবে বিশেষ শাৰদীয় সংখ্যাত সম্পূৰ্ণ উপন্যাস হিচাপে প্ৰকাশ কৰায়।

প্ৰায় দুকুৰিৰ ওচৰ চপা বয়সত মই পুনঃ আকৌ ওভোতা ভ্ৰমণ কৰিছিলো—

মানস নামৰ এই শিশুটিৰ চৰিত্ৰাংকনৰ বাবে। ভয় হৈছিল তাতেই, বয়সে প্ৰৌঢ়ত্বৰ ওচৰ চপাই আনিছে। তাৰোপৰি আগৰ লেখাবোৰৰ সাৰ্থকতা আহিছিল বৃদ্ধ প্ৰৌঢ়ৰ চৰিত্ৰৰ ওপৰত লেখা পুথিৰ পৰাহে। ডঃ ভট্টাচাৰ্যদেৱৰ সেই আগ্ৰহ আৰু হেঁপাহতে উপন্যাসখনি প্ৰকাশৰ পাতত প্ৰকাশ হোৱাৰ পিচত স্বৰ্গীয় ডঃ হেমন্ত কুমাৰ শৰ্মাকে আদি কৰি বিভিন্ন জনৰ অভিমতৰ পৰা উপলব্ধি কৰিব পাৰিলো মানসক মই পাঠক সমাজৰ মনৰ মাজত স্থান দিব পাৰিছো। এইখিনিতে মই ডঃ হেমন্ত কুমাৰ শৰ্মাৰ স্বৰ্গগত আত্মাৰ প্ৰতি মোৰ সশ্ৰদ্ধ প্ৰণিপাত জনাইছো। কটন কলেজৰ ওচৰতেই মোৰো কৰ্মস্থল বাবে প্ৰায়ে মই তেখেতক লগ পাইছিলো আৰু সদায়ে মোক অনুপ্ৰাণিত কৰিছিল—"বাপু (ভাইটি) তুমি ব্যতিক্ৰম, বিজ্ঞানৰ ছাত্ৰ, বেংকৰ বিষয়াই, সাহিত্য কৰা সহজ নহয়। তথাপিও তুমি স্বকীয় বৈশিষ্ট্যৰে লিখি গৈছা বাবেই তুমি ব্যতিক্ৰম। লেখনীৰ মানদণ্ড সদায় উচ্চৰ পৰা উচ্চতৰ কৰি যাবলৈ যত্ন কৰিবা……।" সেই হেন প্ৰেৰণাদাতা অগ্ৰজ এজনক আজি বাৰে বাৰে মনলৈ আহিছে এই বাবেই যে প্ৰকাশকৰ অভাৱৰ বাবেই এই উপন্যাস মই তেখেতৰ জীৱদ্দশাত পুথি আকাৰে হাতত তুলি দিব নোৱাৰিলো। তেখেতৰ লগতে এই পুথিখনিৰ বিষয়ে যি সকলে লেখিত বা মৌখিকভাৱে অভিমত দি মোক প্ৰেৰণা যোগাইছে সেই সকল ব্যক্তিলৈও ব'ল মোৰ আন্তৰিক কৃতজ্ঞতা। জ্যোতি প্ৰকাশনৰ স্বত্বাধিকাৰী শ্ৰীনগেন শৰ্মাদেৱে আগ্ৰহেৰে আলোচনীৰ পাতৰ পৰা "নাবান্ধা নামাৰা মাৰ মোকে"ক পুথি আকাৰে প্ৰকাশ কৰা বাবে তেখেতলৈও ব'ল মোৰ অশেষ কৃতজ্ঞতা।

জীৱনৰ কঠোৰ সংগ্ৰাম, ভৱিষ্যৎ চিন্তাৰ পৰা মুক্ত প্ৰকৃতি উদ্যানত প্ৰজাপতি মনেৰেই বিচৰণ কৰিব বিচৰা 'মানস'ৰ দৰে শিশুসকলক এই পুথিয়ে নাবান্ধা নামাৰা কৈয়ে সংসাৰৰ পথত আগবাঢ়ি অহাত কিঞ্চিৎ সহায় কৰিব পাৰিলেই এই লেখকৰ কষ্টৰ সাৰ্থকতা তাতেই উপলব্ধি কৰিম।

জীৱন উদ্যানৰ পুষ্পৰঞ্জী শিশুসকলৰ নিষ্পাপ সৰল মনৰ ৰঙীন স্বপ্নই জগতক স্বপ্নীল কৰি তোলাৰ আকাংক্ষাৰে।

—প্ৰণৱপ্ৰাণ ভট্টাচাৰ্য।

"বুদ্ধিশ্চ হীয়তে পুংসাং নীচৈ সহ সমগমাৎ।
মধ্যৈর্মধ্যতাং যাতি শ্ৰেষ্ঠতাং যাতি চোত্তমৈঃ॥"

"নিকৃষ্ট ব্যক্তিৰ সংসৰ্গত মানুহৰ বুদ্ধি নিকৃষ্ট হয়। মধ্যম লোকৰ সংসৰ্গত মধ্যম হয় আৰু উত্তম ব্যক্তিৰ সংসৰ্গত উত্তম হয়।"

—'মহাভাৰত'

## ॥ এক ॥

অকলশৰে পৰ্টিকটোত বহি মানসে সন্মুখৰ বাগিচাখনত থকা নৱমল্লিকা ফুল ডালৰ নতুনকৈ ওলোৱা কুঁহিটোৰ পিনে একান্ত মনে চাই আছিল। বহাগৰ নিজম তুপৰীয়া। মানসৰ বায়েক, ককায়েকহঁতে অলপ আগতে 'লেজাৰত' আহি ভাত খাই পুনৰ স্কুললৈ গৈছে। দেউতাক আজি দুদিন নলবাৰীৰ পৰা অহাই নাই। ককাক, আইতাক, মাক সকলোৱে এতিয়া শুই পৰিছে। আইতাকৰ কাষত শুই শুই টোপনি নহা বাবে সি কাষৰে বেৰখনৰ মাটি চিকুটি চিকুটি কিছু সময় বিছনাখনত বাগৰি আছিল। কেইদিনমানৰ পৰা বেচ গৰম পৰিছে। গোটেই গাতে ঘামচি ওলাই তাৰ দেহটো কঠালটোৰ দৰে হৈছে। গৰমতে ঘামচিবোৰেও খুব বিজ্ বিজোৱা বাবেই সি বাহিৰলৈ এনেদৰে ওলাই আহিছে।

সন্মুখৰ বাঁহনিডৰাৰ পৰা অহা মিঠা বতাহ এছাটিয়ে তাৰ গাটো শাঁত পেলাই গৈছে। বাঁহনিডৰাৰ জেংবোৰত নতুন পাত আহিব ধৰাত কিবা বৰ মুকলি মুকলি লাগিছে। ঘৰৰ সন্মুখৰ তিনি আলিটোৰ বালিবোৰ প্ৰখৰ ৰ'দ পৰি চিকমিকাই উঠিছে। ক'তো কোনো নাই, চৰাই-চিৰিকতিৰ মাতো নাই। শীত শেষ হোৱাৰ পিচতে আহি পৰা এই অসহ্যকৰ গৰমত গোটেই গাওঁখনেই যেন নিশ্চুপ হৈ ভাগৰত লাল-কাল দি শুই পৰিছে। নিৰ্জন বাটটোলৈ ওলাই যাবলৈ তাৰ অকণো মন যোৱা নাই। আইতাকে কোৱা শুনিছে, এনেকুৱা নিৰ্জন তুপৰীয়া বাটলৈ ওলাই গ'লে বাঁহনিৰ পৰা যখিনী ওলাই আহি সক ল'ৰাক দাঙি লৈ গৈ মাৰি পেলায়। ব্ৰহ্মপুত্ৰৰ বুকুত বান্ধি থকা দলঙৰ পূজাত বলি দিবলৈ সক ল'ৰাক সোপা-ধৰাই মুখত সোপা দি থৈলাত সুমুৱাই লৈ যায়। এইবোৰ বিপদত পৰাতকৈ মানসে পৰ্টিকত ককাকে

বহা, পছুৰ ছাল পাৰি থোৱা সৰু চালপীৰাখনতে বহি পদূলিৰ দেৱদাৰু জোপাৰ তলেদি দেখা পথটোলৈ চাই ৰ'ল।

কিছু সময় পিছত বহাৰ পৰা উঠি আহি মানসে ৰেলিঙৰ কাষেদি বাগিচাখনত সোমালহি। কেইটামান পাতেৰে ওলাই অহা নৱমল্লিকাৰ নতুন কুঁহিটো সি অলপ দাঙি লৈ চালে। বৰ সৰু হৈ আছে, বেছিকৈ ডাঙিলে কুঁহিটো গুৰিতে ভাগিয়ে থাকিব। সৰু হবৰে কথা ডাঙৰ নৱমল্লিকা দুজোপাৰ যে এইটো ল'ৰা—তেনেই পোৱালি হৈ আছে। কুঁহিটো নাভাঙিবলৈ মানসে সেইটো লাহেকৈ নমাই থলে। মানসৰ ককাকে কোৱা শুনিছে যে গছৰ এটা পুলি মাৰি পেলালে হেনো দহজন মানুহক মাৰি পেলোৱাৰ সমান পাপ হয়। সিহঁতৰ গৃহভৃত্য ঘুটলে এদিন ভলুকা বাঁহৰ গজালি এটা ভাঙি আনোতে ককাকে কোৱা সেইষাৰ কথা মনত আজিও ৰৈ গৈছে মানসৰ। সেয়েহে সি আজি কালি গছ পুলি দেখিলে আৰু আগৰ দৰে উভালি নেপেলায়। তাতে নৱমল্লিকা ফুলৰ সুমধুৰ গোন্ধটোৰ বাবে গছ দুডাল তাৰ বৰ মৰমৰ। সেই মৰম লগা কুঁহিটোক এইবাৰ মানসে নিজৰ মনৰ মাজতে ক'লে—"তোক এতিয়াই বগাবলৈ দি জোৰ কৰি লাভ নাই। কেইদিনমান থাক। অলপ ডাঙৰ হ'লে তোৰ মাৰ-দেউতাৰক বান্ধি দিয়াৰ দৰে ককাই বা দেউতাই তোকো বান্ধি দিব বহ। তেতিয়া তইও পটিকৰ" মটুকটোৰ" ওপৰলৈ বগাই গৈ ধুনীয়া সুগন্ধি ফুল ফুলাব পাৰিবি। এতিয়াই তোক আমনি নকৰো বাৰু।" কথাখিনি মনৰ মাজতে কৈ মানসে পুনৰ পটিকলৈ উভতি আহি চালপীৰাখনত বহিলহি।

নৱমল্লিকা জোপাৰ কুঁহিটোক আমনি নকৰো বুলি ভবা মানসক কিন্তু আজি কেইদিনমানৰ পৰা কথা এটাই বৰ বেয়াকৈ আমনি কৰি আছে। আজি কালি ৰাতিপুৱাই সি ঢাবি পাটি পাৰি পঢ়িবলৈ বহিবলগীয়া হয় নতুনকৈ ৰাখি দিয়া ঘৰুৱা শিক্ষক প্ৰশান্ত মাষ্টৰৰ ওচৰত। সিয়েই নহয় ককায়েক অৰ্পণ আৰু বায়েক সমতাও বহে তাৰ লগতে। মাষ্টৰে তাক লিখিবলৈ দিয়ে ৰবটোকোলাটোৰ ভৱিষ্যতৰ দৰে

কিবা বাবে বিংকৰা আখৰ কেইটামান। ইফালে তাৰ মনত ভাহি থাকে ঘৰৰ পিচ ফালৰ জাবৰৰ দ'মটোৰ পৰা কেঁচু উলিয়াই পুখুৰীটোত বৰশী বোৱাৰ কথা, বাঁহৰ এচকীয়া নাইবা তিনিচকীয়া গাড়ী চলাই ফুৰাৰ কথা অথবা বালিৰে ঘৰ ঘৰ খেলাৰ কথা। এনেকৈ কুঁজা হৈ বহি বৰটোকোলাৰ ঠেং আঁকি থাকিবলৈ তাৰ অকণো মন নাযায়। ইফালে মাষ্টৰ প্ৰশান্ত হ'ল মহা অশান্ত। অকণমান হেৰফেৰ পালেই কাঠৰ স্কেল ডালেৰে চট্টাহকৈ পিঠিতে কোব শোধাই দিয়ে।

কোব খালেই মানসৰ খঙে মূৰৰ চুলি পায়গৈ। কোনোবা দিনা সহ্য কৰি বহি থাকে। আকৌ কোনোবা দিনা খঙেৰে ফলি-পেঞ্চিল সোপাকে দলিয়াই দি উচাৎ মাৰি গুচি আহে—"নপঢ়ো যা তোৰ দৰে মাষ্টৰৰ কোব খাই" বুলি কৈ। সমতা আৰু অৰ্পণে অলপ সময় তাৰ এই ব্যৱহাৰ দেখি অবাক হৈ চাই থাকে। তাৰ পিছত আকৌ পঢ়িবলৈ লাগি যায়—"নলবাৰী এখন চাৰ্কোল, ইয়াত এখন কলেজ, দুখন হাইস্কুল আৰু এখন থানা আছে।" 'অ' কুলি অ' কুলি কুউ কুউ বুলি আকৌ এবাৰ মাত কুলি আকৌ এবাৰ মাত···।

আইতাক মাকে কোৱা শুনে, সি হেনো এইবাৰ ছয় বছৰ ভৰি সাত বছৰত সোমাইছেহি। তাৰ এই বয়সত ককায়েক-বায়েকহঁতে প্ৰথম মান শ্ৰেণীত পঢ়িছিল। কিন্তু সি আজি পৰ্যন্ত 'ক'-টোকে লিখিব পৰা হোৱা নাই! তাকে লৈ মানসৰ দেউতাকে তাৰ ককাকৰ ওচৰত প্ৰায়ে অভিযোগ কৰে—"ই বুজিছা দেউতা, চেহেৰা-পাতিৰেহে ধুনীয়াটো হৈ জন্মিছে। ই তেনেই গোট গৰু হ'ব, 'ব-কলম' হৈ বংশৰে নাম ডুবাব।"

"ব-কলম" বা আকৌ কি! বোধহয় 'অপগণ্ড' 'অলগৰ্দ্ধৰ' দৰেই সি বুজি নোপোৱা কিবা এষাৰ গালিয়ে হ'ব। তাৰ সৰু মগজুৰে সি সেইবোৰ বুজিবলৈ বিশেষ যত্নও নকৰে। গহীন গম্ভীৰ ককাকে পিছে তাক প্ৰতিৰক্ষা দি প্ৰায়ে দেউতাকক কয়—"হ'ব ৰহ, হ'ব ৰহ, অধৈৰ্য নহবিচোন। তাৰনো বয়স কিমান? অলপ বুজা হ'লেই পঢ়া-শুনা

কৰিব নহয়। ইমান কম বয়সতে তাক তহঁতে মাৰ-ধৰ কৰি অত্যাচাৰখন নকৰিবিচোন। সি বৰ ডাঙৰ মানুহ হ'ব। অকল চেহেৰা-পাতিৰেই অন্য কেইজনতকৈ বেলেগ নহয় সি, তাৰ দৰে ভাল সোঁৱৰণী আমাৰ ঘৰৰ কাৰোৰে নাই। গতিকে সি ডাঙৰ মানুহ নোহোৱাকৈ নাথাকে বহু।"

ককাকৰ কথা শুনি মানসে মনতে ভাবে,—সঁচাকৈয়ে সিও জানো এদিন ককাকৰ দৰেই ডাঙৰ মানুহ, থুলন্তৰ পুৰুষ হ'ব পাৰিব? তাৰ ওচৰলৈও জানো দহজনে দিহা-পৰামৰ্শ বিচাৰি আহিব; যেনেকৈ ককাকৰ ওচৰলৈ আহে! সিও জানো দেউতাকৰ দৰে 'ডাবল' পোন্ধ মৰা ফিৰ্ ফিৰীয়া ধুতি আৰু পাঞ্জাবী চোলা পিন্ধি, চিগাৰেট হুপি হুপি চাইকেল চলাই নলবাৰীলৈ যাব পাৰিব! দেউতাকৰ দৰে সিও জানো কাপোৰ, মাছ আদি নানান বস্তুৰ লগতে দেধাৰ টকা পইচা আনিব পাৰিব! সন্দেহ হলেও মানসৰ মনত সেইখিনি বিশ্বাস আছে যে সি সঁচাকৈয়ে এদিন বৰ ডাঙৰ মানুহ হ'ব পাৰিব। কাৰণ সি অন্য সকলোৰে মুখত শুনিছে যে তাৰ ককাকৰ কথা বিফলে নাযায়। তাৰ ককাক হেনো খুব জনা মানুহ, ডাঙৰ পণ্ডিত; গতিকে যি কয় সকলো ফলিয়ায়।

তাৰ সৰু মনটোত অলপ পিছতে আকৌ সন্দেহে ভুমুকি দিয়েহি—, নাই সি ডাঙৰ মানুহ হ'ব নোৱাৰে। কাৰণ ডাঙৰ মানুহ হ'বলৈ যে পঢ়াশুনা কৰিব লাগে। হাতীশুৰীয়া, বগলীঠেঙীয়া গছৰ ডালৰ লেখীয়া কেৰেং মেৰেং আখৰবোৰ শিকিব লাগে। জহৰ দিনত মহৰ কামোৰ খাই, বিজবিজিয়া ঘামচি খুজুৱাই, ঘামি জামি একাকাৰ হৈ, আকৌ ঠাণ্ডাৰ দিনত জুই ফুৱাব এৰি লুকা ভাকু, হৈগুচু ঘৰ ঘৰ খেলা এৰি গাঁৱৰ সিদ্ধে মহৰী বুঢ়াৰ দৰে কুজা হৈ হৈ সেই পঢ়াশুনাবোৰ কৰি থাকিবলৈ তাৰ অকণো মন নাযায়। তাৰ মন যায় পদূলিত থকা দেবদাৰু জোপাৰ কোমল সেউজী পাতৰ মাজে মাজে দেও দি ফুৰা হেটুলুকা, শালিকা, পাটমাদৈ চৰাইকেইজনীৰ দৰে দেও দি দি ফুৰিবলৈ। মন যায় তাৰ হাল বাই বোকা দি থকা পথাৰখনত দৌৰি-ঢাপলি মাছ ধৰি ফুৰিবলৈ। মন যায় তাৰ আঘোণৰ সোণালী ধাননিখনৰ

বতাহতে খেলি যোৱা সুন্দৰ ঢৌবোৰ লেখি থাকিবলৈ। দিগন্ত আগুৰি থকা গছ-গছনিৰ বৃত্তটোৰ সিপাৰেনো কি আছে চাই আহিবলৈ! ৰাঙলী সন্ধ্যাৰ আকাশলৈ চাই চাই নৱাণিৰ মাজে মাজে গীত গাই ফুৰিবলৈ—, অ আইতা আমাৰ কপালতে ৰঙা সেন্দুৰেৰে তিলক আঁকি দিয়া, ডায়ৰ ফালি ৰং মেলালৈ যাওঁ—, "জিলিকাব লুইতৰে পাৰ, বিদায় দিয়া প্ৰাণেশ্বৰী অ, অ মই আপোন ঘৰে যাওঁ—। তাৰ মন যায় মুখত কাগজৰ 'মাইক' লগাই 'কেনভাচ' কৰিবলৈ—"পঁজা ঘৰৰ ছবিত চাব মাৰি স্নেহ বৰুৱাক জয়যুক্ত কৰক।" ঢেঁকী ঘৰৰ পিছফালে থকা ডাঙৰ মধুৰী আমজোপাৰ ডালত বহি লৈ পূৰঠ মধুৰী আম খাই থাকিবলৈ। বৰ আমডালৰ তলত সৰি পৰা পকা আম বিচাৰি ফুৰিবলৈ, পথৰ কাষৰ নৰ্দমাত আৰু পথাৰত জকাইৰে চবিয়াই মাছ ধৰি ফুৰিবলৈ। পূজাৰ বাবে ককাকৰ ফুলনিখনত থকা তগৰ, গন্ধৰাজ, হৰগৌৰী জবা, অটচী, ভূইচম্পা, স্থলপদ্ম আদি নানান ফুল তুলি দিবলৈ।

কিন্তু তাৰ মনে বিচৰা এই বিলাক কৰিবলৈ নিদি মাক-দেউতাকহঁতে কেৱল পঢ়াৰ কাৰণেহে তাক খেচ খেচাই থাকে। বৰ অশান্তি লাগে, তাৰ এই পঢ়াৰ কথা ক'লে। কোনো কামেই সি নিজৰ মতে কৰিবলৈ নেপায়। ইটো কৰিবলৈ নাপায়, সিটো নকৰিবি বেয়া কথা, অ'লৈ নাযাবি, ইটো নাখাবি, সকলো কথাতে কেৱল বাধানিষেধ। ইমান বাধানিষেধ মানি থাকিবলৈ তাৰ বৰ বিৰক্তি লাগে। তাক যে ইমান বাধানিষেধ কৰি থাকে ককাক দেউতাক, আইতাক, মাক, খুৰাকক দেখোন কোনোৱে তেনেকৈ বাধানিষেধ কৰি নাথাকে। তেওঁলোকে দেখোন সকলোবোৰ নিজৰ মতেই কৰি থাকে। আকৌ কেতিয়াবা কয়, ডাঙৰ হ'লে কৰিবি ডাঙৰ হ'লে যাবি, ডাঙৰ হ'লে খাবি। সি মনতে ভাবে—কিন্তু এই ডাঙৰটোনো হোৱা যায় কেনেকৈ? নিজৰ ইচ্ছা মতে সকলো কৰিব পৰাকৈ কেতিয়ানো সি ডাঙৰটো হ'ব?

ডাঙৰ হ'ব নোৱৰাৰ আক্ষেপত কেতিয়াবা তাৰ মনটো তেনেই মৰি যায়। ডাঙৰ হ'ব নোৱৰা বাবেই সি মনতে কৰি থকা অনেক জল্পনা

কল্পনাই শেষ হৈ যায়। ককাক, আইতাক দেউতাক, মাকহঁতে তাক কিমান ভাল ভাল কথা কয় কিমান ধৰণৰ কাহিনী সাধুকথা কয়। কিন্তু সেইবোৰৰ বেছি ভাগকে সি ভালদৰে বুজি নাপায় বা বুজিলেও দুদিন পিছতে পাহৰি যায়।

সন্মুখৰ ভাগৱতী চুপাৰ দীঘলীয়া পথটোৰে কান্ধত ভাৰখন লৈ সূতাৰ বুঢ়া বেপাৰীজন আহিব ধৰিছে। বুঢ়া বেপাৰীজনে নদলাৰ হাটৰ পৰা উভতি আহিছে। নির্জন এই দুপৰীয়া প্রচণ্ড ৰ'দত বুঢ়াজনে ভাগৰি জুগৰি খুব লাহে লাহে খোজ কাঢ়ি আহি আছে। আইতাকে প্রয়োজন হ'লেই এই বুঢ়া বেপাৰীজনৰ পৰা কাপোৰ বোৱা সূতা ৰাখে। আইতাক আৰু মাকে সূতা ৰখা সময়ত সি কাষতে বহি চাই থাকে। এই বুঢ়াজনক তাৰ কিবা বেলেগ পৃথিৱীৰ মানুহ যেন লাগে। ক্ষীণকৈ অত্যন্ত বগা মানুহজনৰ গাৰ ছালবোৰ ইমান শোটোৰা শুঁতৰি যেন সানিবলৈ জুৰাবৰ বাবে থৈ দিয়া পোৰা আলুটোহে। ইপিনে মুখখনত দাঁত যে এটাও নাই। ভাত-আঞ্জা বা কেনেকৈ খায় এই সোমাই যোৱা দাঁত নথকা মুখখনেৰে।

বুঢ়াই আহি আহি মানসহঁতৰ পদূলিমুখ পালেই সদায় তেওঁৰ সেই সৰু চিঁচিয়া মাতটোৰে সূতা লাগিব নেকি চিঞৰি সোধে। আইতাক বা কোনোবাই লাগিব বুলি উত্তৰ দিলে বাহিৰৰ বনগঞ্জা চোতালখনৰ মাজেৰে তেওঁ ভিতৰৰ চোতাললৈ সোমাই আহে। কোনো উত্তৰ নাপালে বুঢ়াই পূব ফালৰ বাটটোৰে গুচি যায়গৈ। ৰ'দত ঘামি-জামি অহা বুঢ়াই ভিতৰ চোতালৰ ঢেঁকীঘৰটোৰ ছাখিনিত ভাৰখন থৈ বহি লৈ, সেই শোটোৰা চালৰ গাটোত বৈ অহা ঘামবোৰ গামোচাৰে মচি লয়। আইতাকৰ কথা মতে বুঢ়াই পাচি দুটাৰ পৰা এটা এটাকৈ সূতাৰ মুঠিবোৰ উলিয়াই, আঁঠু দুটাত ভৰাই লৈ অলপ অলপকৈ কেনেকৈ যে উলিয়াই লয়! উলিয়াই লোৱা সূতাখিনি বৰ ধুনীয়াকৈ পকাই তুলাচনীত তুলি দি জুখি আইতাকক দিয়ে। বুঢ়াৰ ভাৰখনৰ দুয়োটা পাচিতে থকা ৰং-বিৰঙৰ সূতাবোৰলৈ' চাই চাই সি বুঢ়াক নানা প্রশ্ন

সুধি থাকে কোনে বনায়, কেনেকৈ হয় এই সূতাবোৰ, বুঢ়াইনো ক'ত পায়। ইমান যে ভাল লাগে তাৰ সেই উজ্জ্বল ৰঙৰ নানা ধৰণৰ সূতাবোৰ চাই চাই।

আজিও আহি আহি মানসহঁতৰ পদূলিমুখ পোৱাৰ লগে লগে বুঢ়াই অন্য দিনাৰ দৰেই তেওঁৰ সৰু মাতটোৰে চিঞৰি সুধিলে "সূতা ৰাখিব নেকি আই? ধোলাই কুৰিতলীয়া মাচৰাজ সূতা লাগে নে আই?"

আগৰ হাটৰ দিনা আইতাকে এসোপা সূতা ৰাখিছে। গতিকে আজি আৰু সূতা নাৰাখে বুলি সি ঠিকেই জানে। বুঢ়াৰ ভাৰখনত থকা সেই নানান বৰণৰ সূতাৰ মুঠিবোৰ চাবলৈ তাৰ বৰ মন গ'ল। আইতাকে সূতা নাৰাখিলে বুঢ়া গুচি যাব, তেতিয়া আৰু তাৰ মনৰ ইচ্ছাটো যে পূৰণ নহ'ব। ইফালে শুই থকা আইতাকে বুঢ়াৰ এই সৰু মাতৰ চিঞৰটোও যে শুনা নাই। এইবাৰ মানসৰ মনত এটা দুষ্ট বুদ্ধি খেলালে। সি বহি থকা চালপীৰাখনৰ পৰা উঠি গৈ পৰ্টিকৰ সৰু দুৱাৰখনৰ পৰাই চিঞৰি ক'লে "অ বেপাৰী ককা। সূতা লাগিব আহা। আইতাই তোমাক দেখিলে মাতিবলৈ কৈছিল মোক।"

বুঢ়াই মানসৰ কথাত পতিয়ন গৈ ভিতৰৰ চোতাললৈ সোমাই আহি ঢেঁকীঘৰটোৰ ছাঁতে বহি ললে। ইতিমধ্যে মানসেও ঘৰৰ ভিতৰেদি আহি বুঢ়াৰ ভাৰখনৰ সন্মুখত বহি ললেহি। বুঢ়াই তেওঁৰ সৰু মাতটোৰেই চিঞৰি মাতিলে—"আই সূতা লাগে যদি আহক।" কান্ধৰ পৰা গামোচা-খন নমাই বুঢ়াই গাৰ ঘামবোৰ মচি ললে। ভিতৰৰ পৰা কাৰো উত্তৰ নহা দেখি বুঢ়াই এইবাৰ মানসকে ক'লে "বোপাই যাচোন, আইতাৰক জগাই পঠিয়াই দে গৈচোন।" মানসে উঠি নগৈ তাৰ পৰাই চিঞৰি ক'লে—"অ আইতা, সূতাৰ বেপাৰী আহিছে। সূতা ৰাখ যদি উঠি নাহ কিয়?"

এইবাৰ আইতাকে চকু যোৰ পিহি পিহি বাৰাণ্ডালৈ ওলাই আহি ক'লে—"যোৱা হাটৰ দিনা দেখোন ইমান সোপা সূতা ৰাখিছো। চাৰিদিন নৌহওঁতেই তুমি আকৌ সূতা দিব আহিলা নে?"

বুঢ়া বেপাৰীয়ে কঁপা কঁপা মাতটোৰে ক'লে "মই নিজে অহা নাই আই, এই বোপাটোৱে দেখোন সূতা ৰাখিব বুলি কৈ মাতি আনিছে।" "হয়নে ধূৰন্ধৰ, তই বইজ্ জাতি কৰি এই গৰমখনত অহা বুঢ়াটোক এনেয়ে কষ্ট দিলি কিয়? তোক সুধিলে, বুঢ়াক সূতা নালাগে বুলিহে ক'ব কৈ থৈছিলো ৰাতিপুৱা। তই এইখন কিয় কৰিলি?" আইতাকে মানসক বকি বকি তাৰ ওচৰ চাপি আহিল।

মানসে আইতাকলৈ চাই ক'লে, "সিদিনা ৰাখিছ ৰাখিছ আজিও ৰাখচোন। চাচোন কিমান ধৰণৰ সূতা আনিছে। ৰাখচোন আইতা, আজিও অলপ ৰাখ।"

ওচৰতে থকা চেকনি এডাল তুলি লৈ জোকাৰি জোকাৰি আইতাকে খং দেখুৱাই ক'লে, "কোব খাবি নে ইয়াৰ পৰা আঁতৰিবি হুম? বুঢ়া মানুহজনক মিছাকৈয়ে মাতি আনি কষ্ট দিছ আৰু এতিয়াও ধেমালি কৰিয়ে আছ!"

আইতাকে খেদা মৰাৰ লগে লগে মানসে খিল খিলকৈ হাঁহি ঢেঁকী-ঘৰৰ পিছফালে লুকালগৈ। তাৰ পৰাই সি আইতাকে বুঢ়া বেপাৰীজনক কোৱা শুনিলে, "বেয়া নাপাবা বেপাৰী। ই বৰ দুষ্ট হৈছে। এনেয়ে মাতি আনি তোমাক মিছাকৈয়ে কষ্টখন খুৱালে। মোক সূতা নালাগে আজি।"

বুঢ়াই উত্তৰ দিলে—"নাই নাই আই। কিটোনো কষ্ট দিলে। এই গৰমখনত ছাঁতে বহি অকণ জিৰণিকে ললো। ইমান দূৰ বাট বাট কুৰি বাই আহি অলপ ভাগৰো জুৰালো। এগিলাচ পানীকে খুৱাওক আই, বৰ পিয়াহ লাগিছে। খাই লাহে লাহে যাওঁগৈ!"

"অকণ বহা বেপাৰী। পানী খাব নালাগে, মই নেমু টেঙাৰ চৰবৎকে এগিলাচ বনাই আনিছোঁ ৰ'বা। কথাখিনি কৈ আইতাক ৰান্ধনি ঘৰত সোমালগৈ। মানসে চুপি চুপি আকৌ ঢেঁকীঘৰৰ বেৰখনৰ কাষেদি আগবাঢ়ি আহিল বুঢ়া বেপাৰীক জোকাম বুলি। বুঢ়াৰ পাচিত থকা সেই সূতাবোৰলৈ হাতখন আগবঢ়াওঁতেই বুঢ়াই বাধা দি ওঁঠ দুটি নচুৱাই

কঁপা কঁপা মাতটোৰে কয় "মোক নাখাবি অ' বোপাই। এটা মুঠি বেয়' হ'ব লাগিলে মই নিগমে ডুবিম। যা যা আঁতৰ ইয়াৰ পৰা, মোৰ সোণাটো বুলি কৈছোঁ, যাগৈ যা।" বুঢ়াৰ এই কাবৌ-মিনতিখিন মানসৰ খুব ভাল লাগে।

আইতাক যোৱাৰ পিছত আজিও মানসে সেইটোকে কৰিবলৈ আগবাঢ়ি আহিবলৈ ধৰিলে। হঠাতে তাৰ পিছপিনৰ নাৰিকল জোপাৰ পাতটোৰ ওপৰত শালিকা কেইজনীমানে খুব কেৰকেৰাব ধৰিলে। উভতি চাই মানসে দেখিলে তিনিজন শালিকাৰ খুব কাজিয়া লাগিছে। অলপ পিছতে শালিকা তিনিজনী মাটিত ধপহকৈ বাগৰি পৰিল। যুঁজ লাগি সিহঁতৰ ভৰিয়ে ভৰিয়ে জোঁটা-পোটা লাগি বান্ধ খাই মাটিত বাগৰি পৰিছে। তেনে অৱস্থাতো ইজনীয়ে সিজনীক পাখি মাৰি ঠোটেৰে খুব খুটিয়াইছে। মানসে পলকতে চিন্তা কৰি চালে হঠাতে ইহঁতৰ কিয় এনেদৰে কাজিয়া লাগিল? হয়তো কিবা খোৱা বস্তু লৈ নহয়তো কোনোবাটোৱে কোনোবাটোৰ পোৱালিক মাৰিছিল। কথাখিনি ভাবি ভাবি সি লাহে লাহে আগবাঢ়িল শালিকা কেইজনীৰ পিনে। এনেকুৱা অৱস্থাত শালিকা ধৰিবলৈ বৰ সহজ। গৃহভৃত্য ঘূটলে কেইবাদিনো ধৰিছিল। মানসেও ধৰিবলৈ আগবাঢ়ি আহি চিন্তা কৰি চালে, ধৰিব যাওঁতে যদি খুটিয়াই দিয়ে বা নখেৰে বাকুহি দিয়ে? খুটিলেও খোটক, আকাশত উৰি ফুৰা, গছত দেও দি ফুৰা চৰাইক ধৰিব পৰাটো কিমান গৌৰৱৰ, কৃতিত্বৰ কথা। মানস আহি ওচৰ পোৱাৰ লগে লগে শালিকা কেইজনীৰ এজনীয়ে মুখেৰে 'কিলিলিক্' বুলি শব্দ এটা কৰিলে। লগে লগে জোটটো ভাঙি সিহঁত আটাইকেইজনী ভুৰংকৈ উৰি গুচি গ'ল। মানসৰ ইমান জল্পনা-কল্পনা এনেয়ে গ'ল। উৰি গৈ নাৰিকলৰ হালি থকা পাতটোত পৰা চৰাই কেইজনীলৈ চাই থাকিল সি। অলপ সময় কাজিয়া কৰি সিহঁতৰ দুজনীয়ে লগ হৈ এজনীক এৰি থৈ গুচি গ'ল।

শালিকা কেইজনীৰ পৰা চকু নমাই আনি মানসে দেখিলে, কান্ধত ভাৰখন লৈ বাহিৰৰ বাটটোৰে সূতাৰ বেপাৰী বুঢ়াজন গ'লগৈ। বুঢ়াৰ সৈতে তেওঁৰ ভাৰখনৰ পাচি দুটাত গ'লগৈ মানসৰ সৌন্দৰ্যপ্ৰিয় মনৰ কল্পনাৰ দুখনি ৰহস্যময় ৰঙচঙীয়া পৃথিৱী।

## ॥ দুই ॥

অকলশৰীয়া কোঠাটোত মানসে মনে মনে এটা বেয়া কাম কৰি আছিল। কাঠৰ গেৰুৱা ৰঙৰ বৰ ধুনীয়া সৰু বাকচ এটাত দেউতাকে কাঁচৰ সৰু সৰু বটলত 'ফাৰাম ফছ' আৰু কিবা কিবি 'ফচ' নামৰ ঔষধ সুমুৱাই থৈছিল। গুটি গুটি সৰু সৰু বগা পিলবোৰ মুখত ললেই অলপ পিছতে পমি গৈ গোটেই মুখখনেই মিঠা মিঠা হৈ পৰে। ইমান যে সোৱাদ লাগে! মিঠা পিলবোৰ খোৱাতকৈও তাৰ বেছি মজা লাগে বাকচটোৰ বটল নোখোৱা তুখলপীয়া শাৰী শাৰী ফুটাবোৰ। ইমান ৰহস্যময়,—তুখন ডাঙৰ চালনীৰ তুটুকুৰা কাটিহে কোনোবাই যেন তেনেদৰে সজাই ৰাখিছে। বিছনাৰ ওপৰত মূঢ়া এটা যোৰাই আলমাৰীৰ ওপৰৰ পৰা ঔষধৰ বাকচটো উলিয়াই লৈ মানসে ভয়ে ভয়ে পিল চাৰিটা মুখত লৈছেহে মাথোন। ঠিক এনে সময়তে সিফালৰ কোঠাটোত গুৰু-গম্ভীৰ স্বৰেৰে ককাকে তাকেই মাতিলে "মান্নু! ক'ত আছ অ মান্নু?"

ককাকৰ মাতত সি উচপ খাই উঠিল। কামটো মনে মনে কৰি থাকোতে হাতে-লোটে ধৰা পৰি যোৱা যেন লাগিল তাৰ। সি দৌৰা-দৌৰিকৈ বাকচটো বন্ধ কৰি আলমাৰীৰ ওপৰত থৈ দিলে। মুখত লোৱা পিলকেইটা তেতিয়াও পমি নোযোৱা বাবে মানসে তৎক্ষণাত ককাকৰ কথাত সঁহাৰি জনাব নোৱাৰিলে। ককাকে তাক পুনৰ মাতিলে "মান্নু, ফুৰিব যাব যদি আহ।"

এইবাৰ আৰু মানসে পলম নকৰি তাৰ পৰাই ককাকৰ কথাৰ উত্তৰ দিলে "যাম ককা। অকণ ৰ'বা।" কথাখিনি কৈ সি দৌৰাদৌৰিকৈ মুখত পমি যাব ধৰা পিলকেইটা গিলি মুখখন মচি ললে। তাৰ পিছত বিছনাৰ পৰা জাপ মাৰি নামি মূঢ়াটো দাঙি আনি মজিয়াত থলে। আলনাত হাতে ঢুকি পোৱাতে থকা চোলাটো টান মাৰি আনি সি দৌৰি ককাকৰ ওচৰ পাই সুধিলেহি, "কলৈ যাবা ককা?"

ককাকে বেৰত আঁৰি থোৱা তেওঁৰ বেটৰ ধুনীয়া লাঠিডাল নমাই আনি আলনাত স্মৃতি চাদৰখন বিচাৰি আছিল। তেওঁ মানসৰ ফালে নোচোৱাকৈয়ে ক'লে, "আমি লোহিত কমাৰৰ তালৈ যাম ব'ল। তই তৎক্ষণাত মাৰক কৈ চোলাটো পিন্ধি আহগৈ"।

মানসে পোনছাটেই ৰান্ধনি ঘৰত থকা মাকৰ ওচৰলৈ গৈ ক'লে—' "মা ককা যাবগৈ। মোক চোলাটো পিন্ধাই দেচোন সোনকালে।"

"মূৰ ফণিয়াব আছেই দেখোন।" ধোৱা হাতখন চাদৰৰ আঁচলত মচি মচি মাকে কলে।

"আগেয়ে চোলাটো পিন্ধাই দেচোন। মূৰটো হাতেৰে পিহি ফণিয়াই দিলেও হ'ব দে।" কথাখিনি কৈ মানসে চোলাটো মাকৰ হাতত দিলে। মাকে চোলাটো পিন্ধাই দি হাতৰ তলুৱাৰে মূৰটো পিহি তাৰ চুলিখিনি সজাই দিলে। চাদৰৰ আঁচলটোৰে মুখখন মচি দি তাক সকীয়াই দিলে, "বাটত বদমাচি কৰা বুলি শুনিলে মই কিন্তু পিটিম, মনত ৰাখিবি।"

"নকৰো দে।" মাকক উত্তৰটো দি সি তৎক্ষণাত ককাকৰ ওচৰ পালেহি। ককাকে তাৰ বাবেই বৈ আছিল। বাহিৰৰ চোতালখন পাৰ হৈ তুয়োৱে গাঁৱৰ মাজৰ ৰাস্তাটোৰে খোজ কাঢ়ি যাব ধৰিলে।

মানসৰ ককাক বৰ গহীন গম্ভীৰ মানুহ, কথা খুব কম কয়। বাটত মানসে তাৰ কৌতূহলী মনেৰে অনেক কথাকে সুধিব খোজে। কিন্তু বেছি ভাগৰে সি সদুত্তৰ নাপায় বাবে ককাকক বৰ বেছি কথা নোসোধে। ককাকৰ কথা ভাবিলে মানসৰ বৰ আচৰিত আচৰিত লাগে। অন্য কাৰো লগতে নিমিলে তাৰ ককাক। সি দেখা সকলো মতা মানুহেই চোলা পিন্ধে, চুলি কটোৱাই, যাত্ৰা পাৰ্টি, পূজা ভঠেলি আদি চাবলৈ যায়, নানা ধৰণৰ কথা কয়, কেঁচুৱা কোলাত লৈ ধেমালি-ধুমুলা কৰে। কিন্তু তাৰ ককাক অন্যৰ দৰে মুঠেই নহয়। তেওঁ চুলি নকটোৱাই খুৰাই পেলায়। জাৰে জহে সদায় স্মৃতি চাদৰখনকে লৈ ফুৰে, কোনো দিনে চোলা নিপিন্ধে। কাৰো সৈতে দৰকাৰতকৈ এষাৰো

বেছিকৈ কথা নকয়। সৰু ল'ৰা-ছোৱালীৰ সৈতে ধেমালি-ধুমুলা নকৰে। যাত্ৰা পাটি, পূজা, ভঠেলি কেতিয়াবাহে চাব যায়, কেঁচুৱা লোৱা আজিলৈকেতো মানসে দেখাই নাই।

খুৰাকৰ ল'ৰা-ছোৱালীৰে সৈতে ঘৰখনত মুঠতে সিহঁত সাত জন ল'ৰা-ছোৱালী। মানসৰ ককাকে কাকোৱে কোনো দিনে কোলাত লোৱা দেখা নাই। সিহঁতৰ সৈতে তেওঁ ধেমালি আদিও নকৰে। মানসৰ মাকে এদিন কাৰোবাৰ আগত কৈ থকা শুনিছিল, চাঙ-বঙলাত এদিন ককাকে হেনো ৰাতিপুৱা পুথি পঢ়ি আছিল। মানসে হেনো আঁঠু কাঢ়ি কাঢ়ি গৈ চাঙ-বঙলাৰ কাঠৰ সৰু চিৰিটো বগাই ককাকৰ ওচৰ পাইছিলগৈ। ৰাতিপুৱাৰ ৰ'দ লৈ লৈ ঠগাখনত মেলি লোৱা সাঁচি পাতৰ পুথিখনত ককাক ডুবি আছিল। বোকাৰে লুতুৰি পুতুৰি হৈ যোৱা কেঁচুৱা মানসে ককাকৰ উৰু এখনত হাত দুখনেৰে ধৰি খচ্ মচ্ কৰাতহে তেওঁ পঢ়া এৰি তাৰ ফালে চায়। মানসৰ গাৰ বোকাবোৰ তেওঁৰ গাত নলগাকৈ আয়াসতে দাঙি আনি বোৱাৰীয়েকক দি কৈছিল, "বোৱাৰী। ই গৈ চাঙ-বঙলা পাইছেগৈ। তোৰ খবৰেই নাই। হোঁ, ধৰ ল ইয়াক। এহ, মই ইমানদিনে মনেই কৰা নাছিলোঁ দে, ই বৰ ধুনীয়াটো হৈছে অ।" মাকে কথাটো সামৰিবলৈ মানুহজনীক কৈছিল ঘৰখনৰ ইমান কেইটা ল'ৰা-ছোৱালীৰ মাত্ৰ সেই সিদিনাই এটা ল'ৰাক ককাকে কোলাত তুলি লৈছিল।" সেই কাহিনী নুশুনাকৈও মানসে জানিছিল যে অন্যৰ প্ৰতি তাৰ ককাক যিয়ে নহওঁক, তাৰ প্ৰতি কিন্তু ককাকৰ এক বেলেগ মৰম আছে। নহলেনো মাক দেউতাকে মাৰিব ওলালে তেওঁ বাধা দিব কিয়? বাকী কেইজনৰ ক্ষেত্ৰততো তেওঁ সেইটো নকৰে। নহলেনো আন কেইজনক লগত নিনি কিয় বা তেওঁ তাক প্ৰায়ে এনেদৰে লগত ফুৰাব লৈ আহিব?

গাৱঁৰ প্ৰায় সিটো মূৰত চিদানন্দ খুৰাকহঁতৰ ঘৰ। তেওঁলোকৰ ঘৰৰ সন্মুখত এপাল সৰু সৰু ল'ৰা-ছোৱালীয়ে এজন মানুহক আগুৰি ধৰি খুব কোৰ্হাল কৰি আছে। ল'ৰা-ছোৱালীবোৰ কিয় তেনেকৈ-

জমা হৈছে সোধাত ককাকে উত্তৰ দিলে, “বোধহয় কিবা বেচিব আহিছে।” জুমটোৰ ওচৰ পোৱাত মানসৰ ককাকক দেখি কোৰ্হালটো কিছু কমিল। কিন্তু দুজন ল'ৰাৰ কথা কটা কটি তেতিয়াও চলিয়ে থাকিল। পীৰা এখনত বহি থকা ল'ৰাজনে ওচৰতে হাতত কেচি লৈ থকা নাপিতজনক কৈছে—“দে কি চাই আছ মুখ মেলি? কৈছো নহয় তোক গোকুল কাট দে।” লগে লগে ওচৰতে থকা আনজন ল'ৰাই মাত দি উঠিছে—“চিদা কাট দে অ তাক, চিদা কাট দে!” সিজনে প্ৰতিবাদ কৰি উঠিছে “গোকুল কাট দে।” ইজনে কৈছে “চিদা কাট দে”। “গোকুল কাট দে।”

“চুপ মাৰি থাকিলিনে দুইজনে?” মানসৰ ককাকে ধমকি দি ল'ৰা দুজনৰ কথা কটা কটি বন্ধ কৰি ওচৰতে থকা নাপিতজনক সুধিলে, “কি হৈছে অ ইহঁতৰ?”

বিহাৰী নাপিতজনে ভয়ে ভয়ে ভঙা ভঙা অসমীয়াৰে তেওঁৰ কথাৰ উত্তৰ দিলে “ৱো লৰকা চুল কাটাবে বুলি হমকো মাতিছে। হামি পুচল কে কোন কাট দেব, দিলিপ কাট কী দেবানন্দ? য়ে লৰকা ইচ লৰকাকে কুছ সময় দেখল। ফেৰ বোলা, দে গোকুল কাট দে। য়হী লৰকা কহিছে চিদা কাট দে। অব জানল কে দোনো লৰকা কা বাপ কা নাম আছে চিদা আউৰ গোকুল। হামি কি কৰব। ফেৰ দেখিয়ে না বাবু, য়ে লৰকা চুল মে কৰাচন তেল দেকে আহিছে। কেচি থু চিলিপ হো গেইছে। কিতনা বদমাচ হেই দেখিয়ে না বাবুজী!”

“এৰা, বদমাচৰ চূড়ামণি হৈ গৈছে ইহঁত। নাপিতজনৰ কথাখিনি শলাগি মানসৰ ককাকে ল'ৰা দুজনক সুধিলে “তহঁত চিদানন্দ আৰু গোকুলৰ লৰা নহব নে?”

মানসহঁতৰ উপাধি ভাগৱতী। গাঁৱৰ মানুহে মানসৰ ককাকক কিবা কথা ক'ব লাগিলে তেওঁৰ আঁৰত তেওঁক ‘ভাগৱত ককা’, ‘ভাগৱত

খুৰা' আদি বুলি কয়। সেই ভাগৱত ককাকৰ গুৰু গম্ভীৰ কথাত ভয় খাই ল'ৰা দুজনে সেমেনা-সেমেনিকৈ উত্তৰ দিলে—"হয় ককা।"

ভাগৱত ককাকে এইবাৰ ধমকিৰ সুৰত সুধিলে, "তহঁতক এনেদৰে ডাঙৰৰ নাম কাঢ়িবলৈ কোনে শিকাইছে হুম? চিদাৰ ল'ৰাৰ বাহিৰে তহঁত আটাইবোৰ এতিয়া ইয়াৰ পৰা যা। আৰু চিদাৰ ল'ৰা, তইও শুন। কাপোৰ এখনেৰে মূৰত ঘঁহা কেৰাচিন তেলবোৰ ভালদৰে মচি চুলি কাটিব দে। এনেকুৱা বদমাচি আৰু আগলৈকে কেতিয়াও নকৰিবি।"

মানসৰ ককাকৰ কথামতেই কাম হ'ল। তাত গোট খোৱা আটাইবোৰ ল'ৰা-ছোৱালী সুৰসুৰকৈ আঁতৰি পৰিল। চিদাৰ ল'ৰাইয়ো বেয়া কাপোৰ এখনেৰে মূৰটো মচি চুলি কাটিব দিলে। মানসহঁতে পুনৰ খোজ ললে।

কিছুদূৰ যোৱাৰ পিছত মানসে ককাকক সুধিলে, "ডাঙৰৰ নাম কাঢ়িলে কিবা হয় নেকি ককা?"

ককাকে গহীনাই উত্তৰ দিলে—"মুখত ঘাঁ লাগি ভাত খাব নোৱৰা হৈ যায়।"

মানসে পুনৰ সুধিলে—"ভাত খাব নোৱাৰিলে মৰি যায় নেকি ককা?"

"অ, মৰি যায়। ভাত খাব নোৱাৰিলে সৰু ল'ৰা সৰু হৈয়ে থাকে, কেতিয়াও ডাঙৰ হ'ব নোৱাৰে।"

মানসে মনে মনে ঠিক কৰিলে, সি কেতিয়াও কোনো ডাঙৰ লোকৰ নাম নাকাঢ়ে। নহলে সি যে ককাকে কোৱাৰ দৰে কেতিয়াও ডাঙৰ হ'ব নোৱাৰিব।

কিছুদূৰ অহাৰ পিছত তুতুৰ মাকে হাতত খেৰৰ সৰু টোপোলা এটা লৈ আহি পদূলিৰ সন্মুখৰ জাবৰৰ দ'মটোত পেলাই যাব ধৰিছিল। মানসৰ ককাকে তেওঁক পিছৰ পৰা মাতি ক'লে—"বোৱাৰী শুনচোন। তহঁতৰ মথনক মই কেবাদিনো কৈছোঁ পদূলিৰ পৰা এই জাবৰৰ দ'মটো আঁতৰাই

বাৰীত পাতিবলৈ। তোক মই প্ৰায়ে দেখোঁ পদূলিতে এনেদৰে তই সৰু ল'ৰা-ছোৱালীৰ গু পেলাৱ। এইবোৰ গেলি পচি হোৱা বীজাণুবোৰে তহঁতৰে অনিষ্ট কৰিব, বাটৰ মানুহেও সদায় তহঁতক লেতেৰা বুলি থু পেলাই যাব। তহঁতৰ দৰে প্ৰত্যেকেই যদি এই লেতেৰা বস্তুবোৰ এনেদৰে পদূলিতে বাটতে পেলায় তেনেহলে গোটেই গাওঁখনৰে পৰিবেশেই নষ্ট হৈ যাব। বেমাৰে আগুৰি ধৰিব। কথাখিনি এইবাৰ তই মথন আহিলে বুজাই কৰি, বুজিছ।"

তুতুৰ মাকে ওৰণিখন অলপ দীঘলকৈ টানি লৈ উত্তৰ দিলে "হ'ব বাৰু। ময়ো আজিৰ পৰা ইয়াত আৰু লেতেৰা বস্তু নেপেলাওঁ।"

"বাৰীত গাঁত এটা কৰি এইবোৰ জমা কৰি থবি, খেতিত দিবলৈ ভাল পচন সাৰ হ'ব। যা এতিয়া যাগৈ।" তুতুৰ মাক আঁতৰি যোৱাৰ পিছত ককাক আৰু মানসে পুনৰ খোজ ললে।

মানসে প্ৰায়ে মন কৰে যে গাঁৱৰ ডাঙৰ মানুহবোৰেও তাৰ ভাগৰত ককাকৰ সকলো কথাকে শুনে আৰু সেই মতে কাম কৰে। কোনোৱে কোনোদিনে তেওঁক ওলোটাই কথা নকয়। পথেৰে অহা-যোৱা কৰা চিনাকি মানুহবোৰে নুসুধিলেও নিজেই উপযাচি কৈ যায়—"অমুকত গৈছিলো" অথবা "অমুকৰ পৰা আহিলো।" বেছিভাগ মানুহেই তেওঁৰ পৰা দূৰেৰে বৰ সমীহ দেখুৱাই পাৰ হৈ যায়। মানুহবোৰে কিয় ককাকৰ পৰা ইমান দূৰেৰে এনেকৈ যায় সি বুজি নাপায়। বোধহয় তাৰ ককাক সকলোতকৈ ডাঙৰ মানুহ বাবেই অন্য মানুহবোৰে তেওঁৰ ভয়তে এনেকৈ যায়।

অলপ পিছত বাটত তেওঁলোকে জন্টি মণ্ডল ককাকক লগ পালে। জন্টি মণ্ডলে মানসৰ ভাগৰত ককাকক দূৰৈৰ পৰাই নমস্কাৰ জনাই ক'লে, "দাদা কালি কিন্তু তুমি কুমুদহঁতৰ 'ফাৰাকাটি' মেললৈ আহিব লাগিছিল। তুমি থকা হ'লে ইমানবোৰ কথা কেতিয়াও নহ'লহেঁতেন।"

অলপ মিচিকিয়াই হাঁহি ককাকে সুধিলে—"কিমানবোৰ কথা হ'ল অ?"

"কি ভীষণ কাজিয়া দুইজনৰে। আজি কুমুদে ভায়েকৰ ওপৰত মোকৰ্দমা কৰিবলৈ কাছাৰীলৈ গৈছে। তুমি থকাহলে সিহঁতৰ ভাগ-বতৰাখিনি সুকলমে হৈ গ'লহেঁতেন। কাৰণ তোমাক প্ৰত্যেকেই সমীহ কৰে যেতিয়া ইমানখিনি কৰিবলৈ কেতিয়াও সাহস নকৰিলেহেঁতেন।" জল্টি মণ্ডলে কথাখিনি কৈ অলপ ৰ'ল।

মানসৰ ভাগৱত ককাকে চুটি হুমুনিয়াহ এটা এৰি ক'লে—"বুজিলো। কথা এটা কওঁ শুন জল্টি। বনৰীয়া অৱস্থাৰ পৰাই মানুহে সমূহীয়া-ভাৱে সমাজ পাতি থাকিবলৈ শিকিছে। আমি ইমান সভ্য হৈছো, উন্নত হৈছোঁ। সেই হেন সভ্য মানুহে যদি স্বগৰ্ভী ভায়েক-ককায়েকৰ লগতে একেলগে থাকিব নোৱাৰেঁ। তেনেহ'লে অন্যৰ সৈতে সমাজত কেনেকৈ থাকিম অ? এইবোৰ ঘৰ ভঙা, বেলেগ হোৱা ফাৰাকাটি মেললৈ মই কোনোদিনে যোৱা নাই আৰু ভৱিষ্যতেও নাযাওঁ। এইবোৰলৈ মোক নামাতিবি। কিবা শাস্ত্ৰ সম্পৰ্কীয় বা গাওঁখনৰ উন্নয়নৰ কিবা সভা-সমিতি আদি পাতিলে তালৈকে মাতিবি। এইবোৰলৈ নামাতিবি।"

কথাখিনি কৈ ককাকে পুনৰ মানসৰ হাতত ধৰি খোজ ললে। মানসে ককাক আৰু জল্টি মণ্ডলৰ কথাখিনি ভালদৰে বুজি নাপালে, কিনো বেলেগ হোৱা, কিনো সমাজ পাতি থকা। কিছুদূৰ অহাৰ পিছত তেওঁলোকে লোহিত কমাৰৰ ঘৰ পালেহি। কমাৰে দুয়োকো দেখি শালৰ পৰা উঠি আহি বৰ আথে বেথে ক'লে, "আহক আহক খুৰা। আপুনি ইমান কষ্ট কৰি নাহিলেও হ'লহেঁতেন। কাৰোবাৰ আগত কৈ পঠিয়ালে মই নিজেই গ'লোহেঁতেন নহয়।" কথাখিনি কৈ কৈ তেওঁ কান্ধত থকা গামোচাখনেৰে ওচৰতে থকা চকীখন মচি দি ককাকক বহিব দিলে।

উৰি থকা চাদৰখনৰ আঁচল এটাৰে মুখখন মচি ককাকে লোহিত কমাৰক ক'লে, "হ'ব দেচোন। তোৰ ইয়াত অহা চেলুতে মোৰ কামো হ'ল শৰীৰৰ চলাচলো হ'ল। বাৰু তোৰ তাত খাটি পোহা

আছেনে? ভাল হাকোটা দা এখন গঢ়াব লাগিছিল অ। ওচৰতে থকা বাঁহচোপ হাউলি আহি গোটেইখন জেকা কৰি পেলাইছে। বাঁহৰ আগলিবোৰ কাটিবলৈ হাকোটা দা এখন লাগে।"

"হ'ব খুৰা। বেলৰ স্প্ৰিঙৰ লোহাই আছে।" লোহিত কমাৰে ক'লে।

মানসে তেওঁলোকৰ কথাৰ পৰা মনটো ঘূৰাই আনিলে। ককাকে এই কথাটো কেবা দিনৰো পৰাই কৈ আছে। বাঁহ চোপ হাউলি ঘৰটোৰ ওপৰতে পৰিছেহি। গোটেইখন জেকা হৈ পৰিছে বাবে ঘৰখনত অসুখ-পাতিয়ে এৰা নিদিয়া হৈছে। মানসে লক্ষ্য কৰিলে যে লোহিত কমাৰৰ ডাঙৰ মূৰটোৰ তালুখন তেনেই উদং। মূৰটোৰ চৌকাষে তালফলটোত থকা আঁহবোৰৰ দৰে কেইডালমানহে চুলি ওলমি আছে। কমাৰৰ সুঠাম বগা দেহটোৰ পৰা ঘামবোৰ ওলাই টোপাল হৈ লাহে লাহে বৈ আহিছে। কথা কৈ থকাৰ মাজতে ওলমি থকা চেইন ডালত টানি টানি কমাৰে ভাটিটো চলাইছে। বাৰে বাৰে উঠা-নমা কৰি থকা ভাটিটোলৈ চাই চাই মানসে ভাবিলে, মধুৰী আমডালৰ তলত জহৰ দিনত বান্ধি থোৱা হালোৱা গৰু হালে শুই শুই ঘাঁহ পাগুলি থাকোতে গৰু দুটাৰ পেট দুটাও দেখোন এনেদৰে উঠা-নমা কৰি থাকে। উঠা-নমা কৰি থকা ভাটিটোতো তেনেকুৱা গৰু এটা সোমাই আছে নেকি ককাকক সুধিবলৈ মানসৰ বৰ মন গৈছিল। কিন্তু সোধাৰ যে উপায় নাই। বেলেগে কথা কৈ থাকোতে ওপৰতে কথা সুধি দিলে ককাকে ধমকি দি উঠে। কাৰণ তেওঁ আগতেই শিকাই থৈছে যে অন্যই কথা কৈ থাকোতে ওপৰতে কথা ক'ব নাপায়। গতিকে একোকে নুসুধি চকীত বহি থকা ককাকৰ উৰু এখনত গাটো ভেঁজা দি মানস কমাৰে কৰি থকা কাম-বোৰকে চাই গ'ল।

ককাকে কমাৰক ক'লে, মই কাশীলৈ যাওঁতে তাৰ কমাৰবিলাকৰ তাত বস্তু এটা দেখিছিলোঁ। তেওঁলোকে জুই কুৰাৰ ওপৰৰ পৰা ঘৰৰ

ওপৰলৈকে টিঙৰ চিমনি এটা দি লৈছিল। তইও তেনেকুৱা এটা কৰি লবিচোন লোহিত।”

কমাৰে খুকুৰ খুকুৰকৈ অলপ সময় কাহি মানসৰ ককাকক সুধিলে, “ইমান টকা ভাঙি সেইটো কৰিলে কিনো লাভ হ'ব খুৰা?”

“লাভ নিশ্চয় হ'ব।” ককাকে কৈ গ'ল, প্ৰথম কথা, জুইৰ ফিৰিঙতি উৰি গৈ ঘৰটোত জুই লগাৰ ভয় নাথাকে। দ্বিতীয় কথা, তই এই কয়লাবোৰ এনেদৰে পুৰি থাকোতে বেয়া গেচ এটা হৈ গোটেই ঘৰটোৰে আগুৰি পেলাইছে। এই গেচটোৱে মানুহৰ শৰীৰত বৰ অনিষ্ট কৰে। তই যে খুকুৰ খুকুৰ কাহি থাক সেই গেচবোৰেই তোক অনিষ্ট কৰিছে। ঘৰৰ অন্য সকলকো অনিষ্ট কৰিব। চিমনিটো থাকিলে সেই বেয়া গেচটো ধোঁৱাৰে সৈতে বাহিৰলৈ ওলাই যাব।”

কমাৰে চকু দুটা মুদি একেধ্যানে কথাখিনি শুনি লৈ ক'লে, “চিমনিটো তেনেহ'লে সোনকালে বনাবই লাগিব। মোৰ কাহটো যেনেকৈ বাঢ়ি আহিছে ভয়ে লাগিছে কিবা টান বেমাৰহে হয় বুলি। আপোনাৰ কথা উলাই কৰি এইবাৰ আমি ভাল অনুতাপ কৰিবলগীয়া হৈছে খুৰা।”

মানসৰ ককাকে সুধিলে, “তই কি কৈছ মই বুজা নাই।” “নক'ব খুৰা,” কমাৰে হুমুনিয়াহ এটা এৰি ক'লে, “আগৰ বাৰ আহোতে আপুনি, মোৰ ডাঙৰ নাতিটোৱে হাঁহে খেদেলা পুনিৰে ভৰা খাবৈটোত গা ধুই থকা দেখি তাক তাত গা ধুবলৈ মানা কৰিবলৈ কৈ গৈছিল। মই কথাটোত সিমান গুৰুত্ব নিদিলোঁ। ভাবিলোঁ বোলো সদায় তেনেকৈ ধুইয়ে থাকে যেতিয়া কিটোনো হ'ব। যোৱা মাহত এদিন তেনেকৈ গা ধুই অহাৰ পিছতে তাৰ তীব্ৰ কঁপে জ্বৰ উঠিল। নিউমেনিয়া নে কিবা এটা হোৱা বুলি ক'লে ডাক্তৰে। দুদিন পিছতে ল'ৰাটো মৰি থাকিল খুৰা। আপুনি কোৱাৰ দৰে তাক সেই লেতেৰা পানীত গা ধুবলৈ মানা নকৰাই এনে হ'ল চাগৈ।”

"কি কৰিবি সেইবোৰ ভাগ্যৰ কথা। তথাপিও সাৱধানে থকাটো উচিত। তাৰনো বয়স কিমান হৈছিল অ' লোহিত?" ককাকে কমাৰক সুধিলে।

কমাৰে মানসৰ পিনে চাই উত্তৰ দিলে, "ঠিক এই বোপাতো'ৰ বয়সৰে হ'ব। চেহেৰাই পাতিয়েও ঠিক এনেকুৱাই আছিল।"

কমাৰৰ কথা শুনি মানসে ভিতৰি ভিতৰি ভয় খাই গ'ল। লোহিত কমাৰৰ নাতিয়েকৰ বয়স আৰু চেহেৰাটো তাৰ দৰে আছিল বুলি কোৱাত সি খুব ভয় খালে। সেই ভয় লগা বেমাৰটোৱে যদি তাকো ধৰেহি। বেমাৰটো যদি কমাৰৰ ঘৰৰ পৰা তাৰ লগতে গুচি যায়গৈ। ভয় খাই সি এখোজ পিচুৱাই আহি ককাকৰ ভৰিখনত ভালদৰে ধৰি থাকিল।

ককাকে এইবাৰ মানসক ক'লে, "শুনিছ মানস, কমাৰ জেঠাৰে কি কৈছে। আজিৰ পৰা আৰু ৰাস্তাৰ পানীত গা ধুবিনে? যদি ধোৱা তেনেহলে তোৰো তেনেকুৱা জ্বৰ হ'ব। ধুবি নে আৰু?"

মানসে ভয়ে ভয়ে উত্তৰ দিলে, নোধোওঁ।"

ককাকে এইবাৰ বহাৰ পৰা উঠি কমাৰক ক'লে, "তেনেহলে লোহিত মই হাকোটা দাখন নিবলৈ কেতিয়া আহিম?"

কমাৰে আগবঢ়াই দিবলৈ থিয় হৈ ক'লে, "আপুনি আহিব নালাগে থুৱা, বনোৱা হ'লে মইয়ে দি আহিমগৈ। মানসৰ মূৰটো পিহি দি কমাৰে ক'লে, "বোপা যোৱাগৈ দে।" মানসে 'অ' বুলি কৈ ককাকৰ লগে লগে খোজ ল'লে।

কিছুদূৰ অহাৰ পিছত বহু আঁতৰৰ পৰা ভাহি অহা ৰাউচিৰ দৰে গালিবোৰ শুনিয়ে মানসে বুজি পাইছিল সেইয়া বলেনৰ মাকৰ মাত বুলি। বলেনৰ মাক বোলে বৰপেটাৰ ছোৱালী আছিল। কথা ক'লে এতিয়াও সেই দীঘল লেনীয়া সুৰটো প্ৰকট হৈ উঠে। সেই গৰাকী থুৰীয়েকে কথা ক'লে মানসে তধা লাগি তেওঁৰ মুখৰ ফালে চাই থাকে, কথাবোৰ দেখোন তাৰ মাক আইতাক বা থুৰীয়েকৰ কথাৰ লগত

একেবাৰে নিমিলে। সেই বিশেষ সুৰেৰেই তেওঁ সম্মুখৰ ঘৰৰ নন্দৰ মাকক‌ে গালি ধৰিছে, "ঐ বেটী পুত মূৰ খাইতি, বেটী পুত ভজা খাইতি, পুতেৰৰ দিলা খাইতি। বুকুৰ পতা বহল হৈছে নহয় বেটী পুতেৰৰ হাড় খাইতি, নাড়ী খাইতি, এই তেল তোৰ খহি পৰেহে। বেটী বুকুত ভুকুৱাই ভুকুৱাই কান্দিবি ৰ'হ, আধ বয়সতে বাঁৰী হবি ৰ'হ। মোৰ ল'ৰাৰ গাত হাত দিয় তই। সেই হাতত তোৰ কুষ্ঠ হ'ব ৰ'হ, জহি খহি যাব।

পথটোৰ সিফালৰপৰা পেওঁপেইয়া মাতেৰে নন্দৰ মাকেও প্ৰত্যুত্তৰ দিছে, নিজৰে হওক, নিজৰে জহি খহি যাওক। যি মুখেৰে কৈছ সেই মুখতে পোক লাগিব, জুই লাগিব। এই বেটী তই সতী সাধ্বী লক্ষ্মী গোসাঁনী নহয়? সেয়েহে ভালোতেহে পৈয়েৰে দোভাগ ৰাতি কোবাই কোবাই ঘৰৰ বাহিৰ কৰি দিয়ে। পাঁচোটাকৈ পুতেৰৰ হাড়, মূৰ, নাড়ী, দিলা, নিজেই ৰান্ধি ভাজি, পাত মেৰিয়াই দি খাই থাক।"

আহি আহি মানস আৰু ককাকে দুই ঘৰৰে পদূলি পালেহি। মানসে ক্ষণিকৰ বাবে দেখিলে, বলেনৰ মাকে বুকুত পিন্ধি থকা মেখেলাখন বাওঁহাতেৰে কোচাই আঠুৰ ওপৰলৈকে উদং কৰি লৈছে আৰু সোঁহাতেৰে বলি কটা দাখনৰ ভঙ্গিমা দেখুৱাই চিঞৰি চিঞৰি গালি পাৰি আছে। মানসহঁতে সিহঁতৰ পদূলি পোৱাৰ লগে লগে বলেনৰ মাকে উচপ খাই উঠি ক'লে, "ও মোৰ আই এইয়া দেখোন খুৰাশহুৰ ঐ।" কথাখিনি কৈয়ে বলেনৰ মাকে চকোৱা বেৰখনৰ কাষৰপৰা উধাতু খাই লৰৰি ঘৰৰ ভিতৰ সোমালগৈ। মানসে জানে, বলেন নামৰ ল'ৰাজন অতি দুষ্ট। তাৰ মাকো বোধহয় দুষ্ট বাবেই এনেদৰে গালা-গালিখন কৰে। ইমান দুষ্ট খুৰীয়েক জনীয়েও তাৰ ভাগৰত ককাকৰ ভয়তে দৌৰ মাৰি ঘৰ সোমালগৈ।

মানসে ককাকক বৰ আগ্ৰহেৰে সুধিলে, "ককা, পুতেৰৰ দিলা, নাড়ী খাইতি মানে কি ককা?"

ককাকে ধমকি দি ক'লে, "মনে মনে থাকিলিনে? এইবোৰ শব্দ যদি আৰু কোনোবা দিনা তোৰ মুখত শুনো চাবি কিন্তু।" এইবাৰ ককাকে নিজকে নিজে কোৱা দি ক'লে, "গ'ল, সকলো ৰসাতলে গ'ল। এইখন গাওঁত আৰু ল'ৰা-ছোৱালী মানুহ কৰা ডাঙৰ কথা হৈ পৰিছে এই অনাৰ্যহঁতৰ বাবে। ইমান চুৱা মুখ! গাওঁখনত মানুহ থকাৰ পৰিবেশেই নোহোৱা কৰি পেলাইছে ইহঁতে।"

## ॥ তিনি ॥

মানসহঁতৰ ঘৰটো গোমতী গাওঁখনৰ একেবাৰে দক্ষিণ ফালত। সিহঁতৰ পদূলিতে তিনিআলিৰ চ'কটো। সন্মুখৰ ভাগৱতী চুপাৰ পথটোৰ দুই কাষে ঘৰেই ঘৰ। কেৱল সিহঁতৰ সন্মুখখিনিতে বাকৰি-খনেৰে সৈতে কিছু মুকলি ঠাই আছে। পূবফালৰ পথটোৰ এফালত প্ৰায় দহ ঘৰ মান মানুহহে আছে আৰু অন্যটো ফালত থকা বিশাল হাবিখন পাৰ হৈ গৈ মজলীয়া স্কুলখন। মানসহঁতৰ ঘৰখনৰ পশ্চিম ফালটোৰ পথটোত চকুৰে দেখালৈকে কোনো মানুহৰে ঘৰ নাই। কিছু দূৰৈত থকা পুখুৰীটোৰ পাৰলৈকে পথটোৰ এফালে এখন অটব্য হাবি আনফালে মানসহঁতৰ পথাৰৰ এমূৰত থকা গছ-বাঁহ আদি। দুই ফালৰে বাঁহবোৰ হালি আহি এটা দীঘল সুৰঙ্গৰ লেখীয়া হৈ পৰিছে। বাৰিষা সন্মুখৰ ভাগৱতী চুপাৰ পথটোৰ বাহিৰে বাকী দুয়োটা পথে চকুৰে দেখালৈকে পানীৰে উপচি থাকে। বাৰিষা মাথো সিহঁতৰ পদূলিৰ সন্মুখৰ তিনিআলিৰ চকটোহে কাঁছৰ পিঠিৰ দৰে ওলাই থাকে। বহাগৰ শেষ যদিও বেচিকৈ বৰষুণ নোহোৱা বাবে গোটেইকেইটা পথে এতিয়া বালিৰে উপচি আছে।

কোঠাটোৰ খুটা এটাৰপৰা ৰাস্তাৰ ফালে থকা খিৰিকীখনৰ 'ৰদ' এডালত ৰছী এডাল বান্ধি মানসৰ নিজৰ কাপোৰ থবলৈ বাহিৰৰ চোতালত থকা তাঁৰডালৰ দৰে তাঁৰ এডাল বনাই আছিল সি। খিৰিকীৰ ওচৰলৈ আহি সি দেখিলে চকটোত থিয় হৈ থকা ককাকে দেখোন পুখুৰী পাৰৰ পিনে চাই আছে। অলপ পিছতে ককাকে গৃহ-ভৃত্য ঘূটলেক মাতি ক'লে, "ঘূটলে, বা'ল্টিং এটা লৈ তৎক্ষণাত পুখুৰী পাৰলৈ আহচোন।"

কথাখিনি কৈয়ে ককাকে সেই পিনে খোজ ললে। মানসে চিএঃৰি

সুধিলে, "কিয় ককা ?" ককাকে বোধহয় তাৰ প্ৰশ্নটো নুশুনিলে। একোকে উত্তৰ নিদিয়াকৈ তেওঁ বেগা-বেগীকৈ সেইপিনে গুচি গ'ল। মানসে বুজিলে নিশ্চয় কিবা এটা ডাঙৰ ঘটনাই হৈছে। সিও ঘূটলেক চিঞঁৰি ক'লে, "ঘূটলে কা, ককাই বাণ্টিং এটা লৈ পুখুৰীৰ পাৰলৈ যাব কৈছে তোক। কথাখিনি কৈয়ে সি তাৰ ঢিলা হোৱা পেণ্টটো হাতেৰে উজাই লৈ ধৰি থাকি তিৰতিৰাই দৌৰি আহি ককাকৰ লগ ল'লেহি। মানসে দেখিলে পুখুৰী পাৰৰ পথটোত কেইজনমান মানুহে জুম বান্ধিছেহি। গোকুল ককাকে বলেনক হাত এখনত ধৰি ইখন হাতেৰে আঙুলি টোৱাই খুব তৰ্জন-গৰ্জন কৰিছে। কাষৰ কোটোহা বাঁহ চোপত একুৰা জুই দেখি মানসে পুখুৰীটোৰ ইটো কোণত পেপুৱা লাগি বৈ, গ'ল। ইতিমধ্যে জুইকুৰা বাঢ়ি ওপৰলৈ উঠি প্ৰকাণ্ড ৰূপ লৈছে। শিখাবোৰ বতাহত মাজে মাজে বাঁহচোপৰ বাহিৰলৈ ওলাই আহিছে। হঠাতে মানসৰ মাঘৰ জুই দিয়া মেজীটোৰ কথা মনত পৰি গ'ল। নিয়ঁৰত তিতি থকা মেজিটোৰ জুইকুৰা উঠিবলৈ দেখোন বহুত সময় লাগে. অনেক সময়ৰ পিছতহে এনেকৈ দপ্‌দপাই জ্বলিব ধৰে। জ্বলিব ধৰিলেই তাত লগ হোৱা সকলোৱে জুইলৈ পিঠা-পনা দি হৰিধ্বনি দি আনন্দ কৰি সেৱা কৰে। মেজিটোৰ দৰে এতিয়া বাঁহচোপৰ পৰাও দুই-এটা হিলৈ যাব ধৰিছে। হিলৈ শুনি গোকুল ককাক বা তাৰ ভাগৱত ককাকে মেজি জ্বলোৱাৰ দৰে স্ফূৰ্তিহে কৰিব লাগিছিল। এওঁলোকে দেখোন খঙহে কৰিছে।

তাত জমা হোৱা মানুহখিনিৰ কোৰ্হালটোক তল পেলাই ককাকে সুধিলে, "কেনেকৈ জুই লাগিল অ' গোকুল ?"

গোকুল ককাকৰ মুখখন খঙতে টিকটিকীয়া ৰঙা হৈ উঠিছে। তেওঁ এখন হাতেৰে বলেনক ধৰি থাকিয়ে ক'লে "জুই লগা নাই দাদা, ই দগাবাজে লগাই দিছে। ইয়াক মই এনেয়ে নেৰো, বলি দি হুছেও কৰিহে এৰিম।"

কথাখিনি শুনি মানস ভয়তে আকৌ পেঁপুৱা লাগিল। গোকুল

ককাকৰ যি খং উঠিছে সঁচাকৈয়ে বলেনক পূজাত বলি দিয়া পঠা ছাগলীটোৰ দৰে বলি দি তুছেও কৰি পেলাব নেকি? তেতিয়া সিয়ো তেজেৰে লুতুৰি পুতুৰি হৈ ছট্‌ফটাই ছট্‌ফটাই মৰিয়ে থাকিব নেকি?

মানসৰ ককাকে ধমকি দি বলেনক সুধিলে "অই অঘাইটং, বাঁহচোপে তোক কি খাব দিয়া নাছিল অ, এনেদৰে যে জুই লগাই দিলি?"

বলেনে সৰু মাতেৰে ক'লে, "মই জুই দিয়া নাই।"

"নাই দিয়া কুকুৰ ধুলি, মিছা মাতিবলৈ আহিছ হঁ।" কথাখিনি কৈয়ে গোকুল ককাকে তাৰ মূৰত আকৌ 'ঠালামুৰি' এটা শোধাই দিলে।

বলেনে এইবাৰ নিৰ্ভীকভাৱে গোৰগোৰাই উঠিল "মই কৈছোঁ নহয় মই জুই দিয়া নাই। তুমি ক'লেই হ'বনে?"

"ক'লেই হ'বনে? আকৌ মোকেই প্ৰশ্ন কৰিছে কুকুৰে। তোৰ পটলুঙৰ মোনাত কি এইটো জুইশলা নহয়? বিড়ি খায় নে চিগাৰেট খায় এতিয়াৰে পৰা পটলুঙত জুইশলা লৈ ফুৰিবলৈ? মই সেই বটজোপাৰ আঁৰৰপৰাই চাই আছিলোঁ তোক। বাঃ কি সুন্দৰকৈ ঢকুৱাবোৰ আনি গোটাই লৈ জুইশলা মাৰি জুই লগাই দিছে, যেনিবা বাপেকৰ চিতাতহে জুই দিছে।" কথাখিনি কৈ গোকুল ককাকে বলেনক আকৌ এটা চৰ শোধাই দিলে।

"ৰ'হ, ৰ'হ গোকুল, মাৰধৰ কৰি আৰু লাভ নাই। বাপেকটো ইমান শান্ত, মাক আৰু ইহে বদমাচৰ হাড়। মাকৰ অসভ্য গালিত পথেৰে মানুহ যাব নোৱাৰে আৰু পুতেকে কৰি ফুৰে এইবোৰ।" ককাকে কথাখিনি কৈ কান্ধত থকা গামোচাখন গোকুল ককাকক দি পুনৰ ক'লে, "হো, এইখনৰ হাত দুখনত বান্ধ ইয়াক। ইয়াৰ বিচাৰ কৰিব লাগিব। এই অপৰাধৰে শাস্তি নিদিলে ই পিছলৈ গৈ দিন ডকাইত হ'ব। বাপৰে কি অসঞ্জাতি ল'ৰা, বাঁহ কাটি চোৰ কৰি নিয়ে, বাঁহৰ-চোপত জুই দিয়ে। দুদিন পিছত দেখিছোঁ ই মানুহৰ ঘৰতে জুই দিব।" মুখখন ঘূৰাই মানসৰ ককাকে ঘূটলেক ক'লে, "ঐ বেঙা মুখ

মেলি চাই আছ কি? যা পুখুৰীৰপৰা পানী আনি মাৰ। তইঁতেও হাতেৰে বালি মাৰ, চোপটোৰ সিফালৰ বাঁহখিনি অন্ততঃ বাচিব।"

বহুত সময় ধৰি বালি আৰু পানী মৰাৰ পিছত জুইকুৰা নুমাল। জুই নুমোৱাৰ পিছত বলেনক তেনেকৈ গামোচাৰে বান্ধি আনি সেই দুপৰীয়াই মানসৰ ককাকে বিচাৰ বহুৱালে। চুপাটোৰ অন্যান্য বয়সস্থ লোকসকলৰ লগতে বলেনৰ মাক-দেউতাকো বিচাৰত উপস্থিত আছিল। বলেনৰ মাকে তেওঁৰ চোকা মুখেৰে ক'ব খুজিছিল যে বলেনে ধেমালিতেহে তেনেকুৱা কৰিছে। বলেনৰ দেউতাকে কিন্তু বাৰে বাৰে কৈছিল তাৰ দৰে ল'ৰা মৰি গলেই তেওঁ শান্তি পাব। বিচাৰৰ শেষত এইটোৱে প্ৰতিপন্ন হ'ল যে বলেনে এইয়া এক সাংঘাটিক অসামাজিক অপৰাধ কৰিছে। সৰহভাগ লোকেই ৰায় দিলে বৈকুণ্ঠ, নন্দী, আৰু ৰবীনে সিন্ধি খান্দি চোৰ কৰাৰ অপৰাধত বাৰ বছৰৰ বাবে সিহঁতক নিৰ্বাসন দিয়াৰ দৰে বলেনকো গাওঁৰপৰা বাহিৰ কৰি দিব লাগে। সিহঁত তিনিওজনৰ দৰেই বাহিৰলৈ ওলাই গ'লে বলেনেও ভাল মানুহ হ'ব পাৰিব। মানসৰ ককাকে কিন্তু সকলোৰে কথা কাতি কৰি থৈ ক'লে, "বলেন সিহঁতকৈ বয়সত অনেক সৰু, যদিও তাৰ অপৰাধটো কিন্তু মুঠেই সৰু নহয়। তাৰ বয়সলৈ চাই এইটোকে ৰায় দিয়া হ'ল যে দুবছৰৰ বাবে বলেনে মোমায়েকৰ ঘৰতে থাকি পঢ়া-শুনা কৰিব লাগিব। দুবছৰ ধৰি গোমতী গাওঁত আৰু সি সোমাব নোৱাৰিব। বিচাৰৰ ৰায় মতেই কাম হ'ল। সেইদিনা আবেলিয়ে বলেনক বৰপেটাৰ মোমায়েকৰ তাত দেউতাকে থবলৈ লৈ গ'ল।

সেইদিনা গধূলি পৰ্টিকৰ এন্ধাৰত বহি অকলে অকলে হোকা হুপি থকা ককাকৰ ওচৰত বহি মানসে সুধিছিল, "ককা আমাৰ গাওঁখনত ইমান গছ আৰু বাঁহ কিয় আছে বাৰু?"

ককাকে অন্যমনস্কভাৱে উত্তৰ দিলে, "এনেয়ে দৰ্কাৰত লাগে কাৰণে।"

মানসে অলপ চিন্তা কৰি ক'লে, "বলেনে কিন্তু বাঁহ চোপত জুই দি ভাল কামহে কৰিছিল। বাঁহৰ চোপত ভূত থাকে নহয় জুইৰ

ভয়তে ভূতবোৰ পলাই গ'লহেঁতেন। গাওঁখনত ইমান বাঁহ আছে-এচোপ বাঁহ পুৰিলেনো কি হয়?"

ককাকে এইবাৰ তাৰ পিঠিখন পিহি দি ক'লে, "নাপায়, তেনেকৈ নকৰি। গছ-গছনি আমাৰ বাবে বৰ প্ৰয়োজনীয়। এই বাঁহেৰে চাচোন আমি কিমান কাম কৰোঁ, ঘৰ বান্ধো, বেৰা দিওঁ, আম পাৰিবলৈ হাকোটা বনাও, ধান বঢ়াই দিবলৈ লুৰি বনাওঁ, কিমান কাম হয় বাঁহৰ পৰা। গছ বেছিকৈ থাকিলে মানুহে উশাহত লোৱা বতাহখিনি ভালে থাকে। বৰষুণ নিয়মীয়াকৈ হয়। জহৰ দিনত গৰম বেছি নহয় আৰু ঠাণ্ডাৰ দিনত ঠাণ্ডাও কমি থাকে। সেই কাৰণেই গছ বেছিকৈ থাকিব লাগে। বলেনে আজি এচোপ বাঁহ নষ্ট কৰিলে মানে গোকুলৰ কেইবা শ টকাও নষ্ট কৰি পেলালে।"

ককাকৰ কথাবোৰ মানসে কিবা কিবি বুজিলে কিন্তু বেছি ভাগেই একো নুবুজিলে। ককাকে গছ-গছনিৰ বিষয়ে অনেক কথাকে বুজাই ক'লে কিন্তু ভূত থাকে নে নেথাকে তাকেহে নকলে। বোধহয় থাকে বাবেই ককাকে সেই বিষয়ে একো নকলে।

চাওঁতে চাওঁতে ভৰ বাৰিষা পালেহিয়ে। অনেক দিন নিৰন্ন নিতালে থকা আকাশখন আকৌ ডাৱৰৰ শব্দেৰে সৰৱ হৈ উঠিল। আকাশখনৰ যে কিমান ৰূপ সি ভাবি আচৰিত হৈ যায়। খৰালি হ'লে সিহঁতৰ ঘৰৰ পিছফালৰ সৰু পুখুৰীটো শুকাই খালি হৈ পৰাৰ দৰেই আকাশখনো ওলোতাই থোৱা খালি বাটি এটাৰ দৰে হৈ থাকে। বাৰিষা আকৌ লেপ তুলি বনোৱা ধুনিয়াজনৰ কান্ধত ওলমি থকা তুলাৰ টোপোলা-টোৰ দৰেই ডাৱৰবোৰ আকাশখনত ওলমি থাকে। দিনৰ বৰষুণত মানসহঁতে প্ৰায়ে ঘৰৰ নাওবাৰে হৌ-হৌৱাই বৈ অহা পানীৰ সোঁতত গা ধোৱে। ডাঙৰ বৰষুণ আহিলে চোতালখনত আধলি পইচাটোৰ দৰে বুৰবুৰণিবোৰ উঠি পানীৰ সোঁতত কিছুদূৰলৈ বৈ গৈ নোহোৱা হৈ যায়। টিঙৰ পৰা পানীয়ে সিহঁতে মাৰ্বল খেলিবলৈ কৰা পিলিৰ গাঁতটোৰ দৰে গোটেই পানী-পতাটোতে সৰু সৰু গাঁত কিছুমান কৰি পেলায়। এই

বাৰিষাৰ দিনকেইটাত গোটেই ঘৰখনেই খুব ব্যস্ত হৈ পৰে। ককাক দেউতাকহঁতে হাল বোৱা, হালোৱা, ৰোৱনী, কামলা আদি ঠিক কৰি খেতিৰ কামত লগাই দিয়ে। ককাকে তেওঁলোকক বিভিন্ন দিহা-পৰামৰ্শ দি থাকে পথাৰত। মাক, আইতাক, খুৰীয়েকে সদায়ে ৰন্ধা-বঢ়াত ব্যস্ত থকাৰ ওপৰতো বাৰিষা এই খেতিত কাম কৰা মানুহ কেইজনক চাহ জলপান আদি যোগান ধৰাত ব্যস্ত হৈ পৰে।

লাহে লাহে পথাৰ, কঠীয়া তলি, ঘৰৰ সন্মুখৰ পথ আটাইবোৰে পানীৰে উপচি পৰে। ঘৰৰ সন্মুখত থকা পূব আৰু পশ্চিম ফালৰ দুয়োটা পথে চকুৰে দেখালৈকে কেৱল পানী আৰু পানী হৈ থাকে। মানসে তাৰ ককায়েক, ভায়েক, ভনীয়েক আটাইৰে সৈতে সেই পানীত দৌৰি ঢাপলি, গা ধুই, উমলি থাকে। এনেদৰে উমলি থাকোঁতে হাত-ভৰিৰ তালুৱাবোৰ শেঁতা হৈ আহে আৰু সোঁতমোচ খাই হেম পেহীৰ অথৰ্ব বুঢ়ী মাকজনীৰ গাৰ ছালখনৰ দৰে হৈ পৰে। ঘৰৰ ডাঙৰ কোনোবাই এচাৰি লৈ খেদি আহিলে সিহঁতে পানীত উমলিব এৰে নহ'লে হেপাহ নপলোৱালৈকে তেনেদৰে পানীত উমলিয়ে থাকে। মাজে মাজে সিহঁতৰ এই জল-খেলাত মাথো যতি পেলায় কান্ধত নাঙল লৈ, আগত শিঙাল হালোৱা গৰু লৈ গৈ থকা খেতিয়কসকলে।

পথটোৰ ওপৰেদি পানীবোৰ খুব ধীৰ গতিত গৈ থাকে বাবে স্ফটিকৰ দৰে স্বচ্ছ হৈ থাকে। ঠায়ে ঠায়ে বাম পানীত দৌৰি ফুৰা সেন্দুৰী দৰিকণা মাছ আদি খুব যত্ন কৰি ধৰি সিহঁতে খুব আনন্দ কৰে। আকৌ কেতিয়াবা ভৰিৰে পানীবোৰ ঠেলি আনি ঠাইয়ে ঠাইয়ে ওলাই থকা মাটিত তুলি দিলে সৰু সৰু দৰিকণা আদি মাটিত বৈ যায়। গাওঁৰ অন্য ল'ৰা-ছোৱালীবোৰেও এই পানী খেলিবলৈ আহে। কিন্তু সৰহ ভাগেই ককাকে সিহঁতক ধমকি দি বা এচাৰি দেখুৱাই খেদি পঠিয়ায়। কাৰণ সিহঁতে এঠাইতে থিয় হৈ থাকি ভৰিৰে গচকি গচকি পানীৰ তলত কিছুমান গাঁত কৰি থৈ যায়। সেই গাঁতবোৰত ভৰি পৰি বাটেৰে যোৱা মানুহে হামখুৰি দি পৰি যায়। মানসৰ ৰিণি ৰিণি মনত পৰে সিও দুবাৰ তেনেকৈ পানীত পৰি

নাকে-মুখে পানী সোমাই অজ্ঞান হৈ গৈছিল। কোনোবা বাটকৰা মানুহে দাঙি নিছে তাক ঘৰত থৈ আহিছিল। পানীৰ তলত গাঁত কৰা এই দুষ্ট ল'ৰাবোৰক ককাকে খেদি দিলে মানসইঁতে মনতে বৰ স্ফূৰ্তি পায়, বেচ গৌৰৱ বোধও হয়। এই বিশাল জলধাৰা তাৰ মানে সিহঁতবহে ভোগৰ সম্পত্তি। নহলেনো ককাকে অন্য ল'ৰা-ছোৱালীবোৰক কিয় খেদি পঠিয়ায়?

আহাৰ মহীয়া বাৰিষাৰ দিনত বিশেষতঃ পথাৰত মৈ দিয়া সময়ত মানসে ককায়েক, ভায়েক, ভনীয়েকহঁতৰ সৈতে মৈৰ পিছে পিছে ঘূৰি ফুৰে। মৈয়ে মহতিয়াই যোৱা বোকা পানীৰ মাজৰপৰা ওলোৱা চেং, পুঠি, বটিয়া মাছ ধৰি সি হাফপেণ্টৰ পকেটত ভৰায়। তেনেকৈ পকেটত থৈ দিওঁতে কেবাবাৰো সেই মাছ পকেটতে গেলি গৈছে। মাছৰ লগতে সিহঁতে দুই এটা শেলুকো পায়। এনেকৈ পোৱা মাছ শেলুক আদি আনি মাক বা আইতাকৰ হাতত দি বৰ গৌৰৱ অনুভৱ কৰে মানসে।

এবাৰ এনেকৈ মৈৰ পিছে পিছে ঘূৰোতে হালৈ চাদেৰে তাৰ দহ বছৰীয়া পুতেকক কোৱা অশালীন শব্দ এটা সিও আহি মাকৰ আগত কৈছিলহি। শব্দটো মুখৰ পৰা ওলোৱাৰ লগে লগে মাকে তাৰ গালত এনেকুৱা এটা চৰ মাৰিলে যে তাৰ দুয়োখন গালেই লগ হৈ এখন হৈ যোৱা যেন লাগিল। সেই দিনাৰ পৰা সি তেনেকুৱা অশালীন শব্দ কাৰোবাৰ মুখত শুনিলেও আৰু কেতিয়াও নকয়। মৈ দিয়া দিন কেইটাত সি পথাৰলৈ কিন্তু সদায় গৈ থাকে। মাছ ধৰা, শেলুক বিচৰা বা ভূঁই ৰোৱাতকৈও তাৰ খুব মন যায় চুচৰি গৈ থকা মৈখনত উঠিবলৈ। মৈখনত উঠিলে সি তাৰ তিনিচকীয়া বাঁহৰ গাড়ীখন বা দেউতাকৰ চাইকেলখনত উঠাতকৈও বহুত বেছি আৰাম পায়। মাজে মাজে খুব ইচ্ছা যায় তাৰ চাদেৰৰ সৈতে হালৰ মুঠিটোত ধৰি ধৰি গৈ থাকিবলৈ। কিন্তু ককাকে কিবাকৈ জানিব পাৰিলে বা দেখিলে বৰ ডাঙৰ কথা হ'ব। কাৰণ ককাকে আগতেই সাৱধান কৰি থৈছে যে হালৰ মুঠিত ধৰিলে জাত যায়। জাত গলে

সমাজৰ কোনোৱে লগ নিদিব, একেলগে নাখাব, প্ৰায়শ্চিত্ত হ'ব লাগিব। মানসে বুজি নাপায় হালৰ মুঠিটোত ধৰিলে চাদেৰ বা ঘূটলেৰ জাতটো নাযায়, কিন্তু সিহঁতৰ জাতটোনো যায় কিয় ?

মানসহঁতৰ গাওঁখন বেচ ডাঙৰ যদিও সিহঁতৰ গাওঁৰ মাজেদি কোনো বাচ মটৰ আদি নাযায়। কেতিয়াবা কাচিৎহে 'বানৰ বয়' বিড়িৰ জীপখন আহে। তাকো বাৰিষা কালত প্ৰায়ে নাহে, খৰালিহে ঘনকৈ আহে। খৰালি আহিলে উৰি যাব ধৰা মৌ বাঁহৰ দৰে, নাকে-মুখে ধূলি সোমাই যোৱা সত্বেও সৰু সৰু ল'ৰা-ছোৱালী এজাকেও জীপখনৰ পিছে পিছে দৌৰি দৌৰি আহি থাকে। মানসহঁতে ককাক আৰু দেউতাকৰ ভয়ত গাড়ীখনৰ পিছে পিছে নোদৌৰে। কিন্তু ঘৰৰ পৰা ওলাই আহি বাহিৰৰ ফালৰ চোতালখনৰ এটা মূৰত দেৱদাৰু জোপাৰ তলত থকা ডাঙৰ শিল দুটাত বহিয়ে চাই থাকে। শুনি থাকে গাড়ীখনত লগাই লোৱা, "ৰাইজ সকল"টোৱে বানৰ বয় বিড়ি ধূমপান কৰি জীৱন ধন্য কৰিবলৈ কোৱা কথাবোৰ। তেনেকৈ শিলটোত বহি থাকিলে জীপখন যোৱাৰ পিছতে ওলোৱা পেট্ৰ'লৰ ধোঁৱাৰ মিঠা মিঠা গোন্ধটো লৈ বৰ ভাল লাগে মানসৰ।

ঘৰৰ পিছফালে থকা বিশাল পথাৰখনৰ, বছৰটোত দেখা বিভিন্ন ৰূপৰ কথা ভাবি মানস অত্যন্ত বিস্মিত হৈ পৰে। বাৰিষা আৰম্ভ হোৱাৰ লগে লগে চকুৰে দিগন্তৰ ওচৰলৈকে দেখা বাঁহনিলৈকে পথাৰখন কেৱল পানী আৰু পানীৰে উপচি থাকে। এখন প্ৰকাণ্ড বগা আয়নাহে যেন কোনোবাই মাটিত তেনেদৰে পাৰি থৈ দিছে।

এদিন চাদেৰ ঘূটলেহঁতৰ দৰে প্ৰত্যেকৰে হালেৱাবোৰে পথাৰখনত হাল বাবলৈ আৰম্ভ কৰি দিয়ে। চকচকীয়া আয়নাৰ দৰে পথাৰখন তেতিয়া বোকা পানীৰে ঘেলঘেলীয়া লেতেৰা হৈ পৰা দেখি মনটো তাৰ বৰ বেয়া লাগি যায়। ইয়াৰ পিছত মাত্ৰ কেইটামান দিনৰ ভিতৰতে বোৱনীহঁতে আধা গেৰুৱা, আধা সেউজীয়া কঠীয়াৰে গোটেই পথাৰখনে সজাই তোলে। পাতল সেৰেঙা কঠীয়াবোৰৰ মাজেৰে পথাৰখনৰ আয়নাৰ দৰে পানীবোৰ আকৌ দেখা হৈ পৰে। কেইদিন মান পিছত

পথাৰখনত পানী থকা সত্ত্বেও সাজ ধৰি উঠা সেউজীয়া কঠীয়াবোৰৰ বাবে পানীবোৰ আৰু নেদেখা হৈ পৰে। কঠীয়াবোৰ ৰোৱাৰ পিছৰে পৰা পথাৰখনৰ সৈতে মানসৰ সম্পৰ্ক প্ৰায় নোহোৱাই হৈ যায়। কঠীয়াবোৰ গচকত মৰিব বাবে মানসহঁতক আৰু পথাৰলৈ ককাক, দেউতাকহঁতে যাবকে নিদিয়ে। তথাপিও পথাৰৰ উত্তৰ ফালে বাঁহনি-খনৰ তলত থকা সৰু সৰু খাল কেইটা সিঁচিবলৈ আহিলে মানসে আকুল হৈ চায় ধানেৰে ভৰা পথাৰখনলৈ য'ত তাৰ প্ৰৱেশ নিষেধ কৰি দিয়া হৈছে। তাৰ সৰু ভনীয়েক পলাশীৰ জন্মৰ সময়তো আইতাক, ককাকহঁতে তাক কোঠাটোৰ এচুকত মাটিত বিচনা কৰি থকা মাকৰ ওচৰলৈ ঠিক এনেদৰেই যোৱাটো নিষেধ কৰি দিছিল কেইদিন মানৰ কাৰণে।

দেউতাক বা গৃহভৃত্য ঘূটলেৰ সৈতে খাল সিঁচিবলৈ আহিলে তাৰ বাবে প্ৰধান কাম এটাই হয়। খালটোৰ পানী আধা মান কমি গলে পাতি দিয়া জাকৈখনত সি ধৰি থাকিব লাগে। জাকৈখনৰ পিছ ফালটোত ভৰিৰ এখন পটাৰে হেঁচি ধৰি থাকি ওপৰৰ নালটোত হাতেৰে ধৰি থাকিব লাগে। পানী সিঁচাজনে লাহনীৰে পানীবোৰ তাতে সিঁচি দিয়ে। খালৰ পানী সিঁচা শেষ হলে জাকৈৰ সন্মুখৰ খালি এঢলীয়া মাটিখিনিত পৰা ছটফটীয়া পুঠি, খলিহনা আদি মাছ সি ধৰিব লাগে। বোকাৰ ওপৰেৰে ক্ষীণ সোঁতত বৈ অহা পানীত খলখলাই আগবাঢ়ি অহা কাৱৈ, মাগুৰ, গৰৈ মাছ আদি ধৰিবলৈ তাৰো মন যায়। এই কামটো যিমান আনন্দকৰ সিমানেই বিপদজনকো। তেনেকৈ অহা মাছৰ লগতে শিঙি মাছো আহে। ধৰিব খোজক নোখোজক শিঙি মাছৰ ওচৰেৰে হাতখন গলেও সি 'কেকেট'কৈ সৰু শব্দ এটা কৰি হাতৰ তলুৱা বা আঙুলিত ঠহকৈ কাঁইট মাৰি ফালি তেজ উলিয়াই দিয়ে। লগে লগে গনগনাই মূৰলৈ বিষ উঠি যায়। পুঠি মাছৰ পেটু দিলে অকণ জুৰ পৰে যদিও ঠাই টুকুৰা অনেক দিনলৈকে বিষাই থাকে। তথাপিও সি খুব সাৱধানে সেই ডাঙৰ মাছবোৰো ধৰে। যিদিনা ডাঙৰ খালৈটো ভৰ্ত্তি হৈ জাকৈ আৰু লাহনীতো আনিবলগীয়াকৈ মাছ পায় সেইদিনা সি

আগবাঢ়ি আহি খালৈটো বহল চোতালখনত ঢালি দিয়ে। ঘৰৰ ডাঙৰ সৰু সকলোৱে তাক এই অতপালিৰ বাবে বকি বকি মাছবোৰ চৰিয়া খালৈত ভৰাবলৈ ধৰে। কোনোবা দিনা ইমান বেছিকৈ মাছ পায় যে ডাঙৰ খালীটোত পানী দি মাছ জীয়াই ৰখাৰ উপৰিও পিছফালৰ পুখুৰীটোতো ডাঙৰ হবলৈ এৰি দিয়ে।

খাল সিঁচি উঠি মাছ ধৰাৰ সময়ত, পথাৰত মৈ দি থাকোঁতে পোৱা মাটিৰ গোন্ধটোৰ দৰেই এটা গোন্ধ পায় সি। কিন্তু দুয়োটা গোন্ধৰে পাৰ্থক্যটো মানসে ভালদৰে উপলব্ধি কৰিব পাৰে। মৈ দিয়া মাটিৰ গোন্ধটো তাৰ মাক বা আইতাকে কৰবালৈ যাবলৈ ওলালে পেৰাৰ জাপৰ পৰা উলিয়াই পিন্ধা কাপোৰৰ দৰেই মিঠা। কিন্তু খাল সিঁচা বোকাৰ গোন্ধটো কেচেমা কেচেম, যেন ধান বানোতে ঘামি জামি থকা মাক বা আইতাকৰ গাৰ গোন্ধটোহে। খালৰ ওপৰত থকা বাঁহপাত, কদমফুল, কদমপাত পচি সেই কেচেমা গোন্ধটো ওলায়। খাল সিঁচাৰ পিছত যেতিয়া বান্ধ খুলি দিয়ে তেতিয়া হৌ-হৌৱাই খালৰ ভিতৰলৈ বৈ অহা পানীখিনিত থিয় হৈ থাকি সি খুব ভাল পায়। তাৰ ভাব হয় ইমান সময়ে বান্ধৰ বাহিৰত গপতে ওফন্দি থকা ধীৰ স্থিৰ বন্ধ পানীবোৰে যেন এতিয়া মুক্তি পাই কৃতজ্ঞতাতহে তাৰ চৰণ ধুৱাই দিছে। সেই গপ পতন হৈ যেন খালৰ ভিতৰত জাবৰ জোথৰ বুকুত লৈ পাক খাই খাই নিশ্চল হৈ পৰিছে।

এদিন পথাৰৰ পানীবোৰ নোহোৱা হৈ যায়। ঘৰৰ সন্মুখৰ পথ আৰু দাঁতিৰ নৰ্দমাৰ পানীবোৰ তাৰ বহু আগতেই নোহোৱা হৈ পৰে। ধানৰ গছবোৰ ওখ হয়, পাতবোৰ বহল হয়, দিল ওলাবলৈ ধৰে। কেইদিনমান পিছত ধান গছবোৰৰ মূৰত সেউজীয়া ৰঙৰ ধানৰ সোহবোৰ ওলাই আহে। দিগন্তৰ ওচৰত ৰিণি ৰিণি দেখা পথটোৰ বাহিৰে বিশাল পথাৰখনত কেৱল ধান আৰু ধানেই দেখা যায়। কাতি মাহৰ কঙালী বিহুৰ দিনা মানসে ককাকৰ সৈতে ধাননি পথাৰখনত আগলি কলাপাত পাৰি তিনি গছি চাকি জ্বলাই কলগছৰ ঠালিত দিয়েহি। ঘূটলে আৰু

ঘৰৰ অন্যান্যই ঘৰৰ চৌহদত থকা ডাঙৰ গছ-গছনি আদিৰ গুৰিত তেনেদৰেই চাকি আৰু শৰাই দিয়ে। সেইদিনা দুডাল বাঁহ পুতি দুটা পিতলৰ মুখ থকা ঘট জৰীৰে ওপৰলৈ তুলি মানসহঁতৰ চোতালত আকাশ-বন্তি জ্বলায়। সমগ্র কাতি মাহটোৱে তেনেদৰে আকাশ বন্তি জ্বলাই হেনো উপৰি পুৰুষৰ স্বৰ্গলৈ যোৱা আত্মাক দেখুৱাব লাগে। মানসে এদিন তাৰ দেউতাকক আকাশ বন্তিৰ কথা সোধোতে দেউতাকে কৈছিল, "আচলতে কাতি মাহত পোক-পতঙ্গৰ উপদ্ৰৱ খুব বেচি হয়। এই পোকবোৰে মানুহৰ অসুখ-বিসুখ কৰাৰ উপৰিও গাৰ্ভীৰতী ধানৰ কোমল চাউলখিনি শুহি খাই পেলায়। পোক-পতঙ্গবোৰে জুই দেখি জুইত পৰি মৰে। আচলতে এই আকাশ বন্তি বা পথাৰত দিয়া চাকিৰে পোকবোৰ মাৰি ধাননিৰ পৰিবেশহে ঠিকে ৰখা হয়।"

কঙালী বিহুৰ পিছৰে পৰা পথাৰখনে সম্পূৰ্ণ এক বেলেগ ৰূপ লৈ উঠে। ৰাতিপুৱা আকাশ জুৰি কুঁৱলিয়ে ঢাকি ৰাখে। গোটেই পথাৰখনেই ধানেৰে সৈতে সেই কুঁৱলিত ঢাক খাই থাকে। লাহে লাহে ৰ'দ উঠি আহিব ধৰে। বিয়াৰ কিছুদিন পিছত কইনাজনীয়ে লাহে লাহে ওৰণি কমকৈ লৈ উলিয়াই দেখুওৱা মুখখনিৰ দৰেই পকা ধানৰ সুন্দৰ পথাৰখনো মুকলি হৈ পৰে। এদিন ককাকে তাক এই ঠাণ্ডাত ৰাতিপুৱাই গা ধুবলৈ দি চুৰিয়া পিন্ধাই পথাৰলৈ লৈ যায়। আগলি কলপাত এখনত ফুল চাকি দি সেৱা কৰি তিনি গছি ধান কাটিব দিয়ে। সেই ধান কেইগছিৰ গুৰিটো কলপাতেৰে মেৰিয়াই নতুন ফুলাম গামোচাৰে বান্ধি মূৰত লৈ তাক ঘৰলৈ আনিবলৈ দিয়ে। ককাকে পিছে পিছে ভুনভুনাই কিবা মন্ত্ৰ মাতি আহি থাকে। এনেদৰে ঘৰলৈ লখিমী অনাৰ পিছৰে পৰা চাদেৰ ঘূটলেহঁতে ধান কাটিবলৈ লাগি যায়। ঠিক সেই দিনাৰে পৰা মানসৰ মনো আনন্দত নাচি উঠে। প্ৰায় চাৰি মাহ ধৰি প্ৰৱেশ নিষেধ কৰি দিয়া পথাৰখনত প্ৰৱেশৰ অনুমতি পোৱাই নহয় বাৰিষা আহি নপৰালৈকে আকৌ প্ৰায় চাৰি মাহমান সি তাৰ লগৰীয়াৰে সৈতে পথাৰখনত উমলি ফুৰাৰ অবাধ বিচৰণ কৰাৰ অনুমতি

পাই যায়। সেইদিনা তাৰ ঠিক তেনেকুৱা আনন্দই লাগে যেনেকুৱা আনন্দ লাগিছিল পলাশীৰ জন্মৰ অনেক কেইদিন পিছত তাক মাকৰ ওচৰলৈ যাবলৈ দিয়াত।

ধানেৰে ভৰ্তি পথাৰখনৰ ওপৰ অংশ এদিন মুকলি হৈ যায়। কেইদিনমান শুকান নৰাবোৰৰ মাজত ধানৰ মুঠিবোৰ সিচৰতি হৈ বহি থাকে, যেনিবা সত্য নাৰায়ণ পূজাৰ নাম গাবলৈ অহা ভকতসকলহে বহি আছে। পথাৰখনলৈ সি ককায়েক, ভায়েক, ভনীয়েকহঁতৰ লগত নৰা কাটিবলৈ অহাৰ উপৰিও প্ৰায়ে কেঁচা মাটি-কলাই খাবলৈ আহে। মাটি কলাইৰ লতাবোৰ উভালিবলৈ অলপ অসুবিধা হয় তাৰ লতাবোৰে থিয় হৈ থকা নৰাবোৰত জটপটাই লাগি ধৰি থাকে, ঠিক কোনোবাই মাৰিবলৈ খেদিলে বা কিবা ভয় পালে সি যিদৰে মাক বা খুৰীয়েকৰ উৰু দুখনত জোৰেৰে সাৱটি ধৰি থাকে। এই সময়তে মানসহঁতৰ বাবে অন্য কেইবাটাও স্ফূৰ্তি আহি যায়। গধূলি মৰণা মাৰোতে ধানৰ ওপৰত ঘূৰি থকা গৰুকেইটা কেতিয়াবা সি খেদিবলৈ লয়। কিছু সময় খেদাৰ পিছত ৰং চাবলৈকে একেবাৰে বাওঁফালে থিতাতে ঘূৰি থকা গৰুটোক কোব এটা মাৰি দিয়ে। মৰণা মৰা গৰুৰ বাওঁহাতে থকা সেই মেৰণী গৰুটোৱে হুঘূৰি চিধাই খোজ ললে বাকী আন তিনিটা গৰুইও ধানৰ পৰা নামি গুচি যায়। তেতিয়া ঘুটলে বা চাদেৰে তাক বকি বকি বৰ কষ্ট কৰি গৰুকেইটাক টানি আঁজুৰি আকৌ ধানৰ ওপৰলৈ আনে। কেতিয়াবা সেই ঘূৰি থকা গৰুকেইটাৰ আগে আগে উল্টা-খোৰ দি গৈ থাকি সি খুব ডাঙৰ বীৰত্বৰ কাম কৰা যেন অনুভৱ কৰে।

মানসহঁতৰ পৰা পশ্চিমলৈ থকা পথটোৰে বাতিপুৱা বহুকেইখন গৰুৰ গাড়ী দূৰৈৰ পথাৰলৈ ধান আনিবলৈ যায়গৈ। সেই চলন্ত খালি গৰু-গাড়ীবোৰৰ কোনোবা এখনৰ পিছফালৰ ধামডালত ভৰি এখন দি আনখন ভৰিৰে লফিয়াই লফিয়াই সি তাৰ লগৰীয়াৰে সৈতে উঠি লয়। তাৰ পিছত ডেৰ ফাৰ্লংমান দূৰৈত থকা তাৰা দৰ্জীহঁতৰ পদূলিলৈকে সেই গৰু গাড়ীৰ সুখ উপভোগ কৰি কৰি গৈ থাকে। তাৰা দৰ্জীহঁতৰ ঘৰৰ সন্মুখত সেই চলন্ত গৰু গাড়ীৰ পৰা সিহঁতে জপিয়াই জপিয়াই নামি বিৰাট ডাঙৰ কাম কৰাৰ গৌৰৱ অনুভৱ কৰে। তাৰ পিছত পুনৰ সেই ডেৰ ফাৰ্লং পথ খোজ কাঢ়ি কাঢ়ি ঘৰলৈ উভতি আহে।

## ।। চাৰি ।।

মাত্ৰ ডেৰ ফাৰ্লং পথ উঠি গৰু-গাড়ীৰ সুখ অনুভৱ কৰাই নহয় সুদীৰ্ঘ এটা দিন এই গৰু-গাড়ীৰে মানসে ত্ৰিশ মাইল ভ্ৰমণ কৰি ইয়াতকৈ বহুত বেছি সুখ আৰু আনন্দ উপভোগ কৰিছে। সেই ভ্ৰমণ-সুখৰ কথা ভাবিবলৈ কিন্তু মানসে আজি সংকোচো কৰে। কাৰণ সেই ভ্ৰমণত সিহঁতৰ পৰিয়ালটোৱে যে এটা ডাঙৰ দুৰ্যোগৰ মুখামুখিও হৈছিল।

সেইবাৰ মানসহঁতে বাণী মাহীয়েকৰ বিয়াৰ বাবে হালধিবাৰীত থকা মোমায়েকৰ ঘৰলৈ গৈছিল। দুদিনমান আগতে ককাক, দেউতাক, খুৰাক সকলোৱে মিলি আলোচনা কৰিছিল, মটৰেৰে গ'লে হালধিবাৰী গোমতী গাঁৱৰ পৰা পঞ্চাশ মাইলতকৈও বেছি দূৰ হয়। তাতে তিনিবাৰকৈ মটৰ সলাব লাগিব, মটৰো কম। সময়ো যায় বেছিকৈ, কষ্টও খাব লাগে বেছিকৈ। গতিকে গৰু-গাড়ীৰে যোৱাই ভাল। বাটত বুঢ়াদিয়া আৰু মৰা-পাগলাদিয়াখন পাৰ হ'ব লাগিলেও তেনে ভয়ৰ কাৰণ একো নাই। কাৰণ ফাগুন-মহীয়া দুইখন নদীৰে ঘাট দুটাত এক উৰুতকৈ বেছি পানী নাথাকে। তদুপৰি মটৰেৰে যাব লাগিলে চামতাৰ মটৰ ষ্টেগুলৈ প্ৰায় ডেৰ মাইল বাট খোজকাঢ়ি যাব লাগে। ভাগৱতী পৰিয়ালৰ জীয়াৰী-বোৱাৰীয়ে এনেদৰে খোজ কাঢ়ি গাঁৱৰ বাহিৰলৈ যাব লাগিলে ভাগৱতী পৰিয়ালৰ সন্মান আৰু আবুৰ দুয়োটাই যাব।

পিছদিনা উপজি পুৱাতে গাঁৱৰ বত্নে জেঠাকে গৰু-গাড়ী এখন লৈ উপস্থিত হ'লহি। বত্নে জেঠাকে দুখন বিছনা চাদৰ দেউতাকক খুজি আনি গাড়ীখনৰ চৈখনৰ দুয়োফালে আঁৰি দি চৈৰ ভিতৰখন নেদেখা কৰি দিলে। গাড়ীখনৰ ওপৰত জহা ধানৰ খেৰ পাৰি দি তাৰ ওপৰত

বিছনা চাদৰ পাৰি ধুনীয়াকৈ সজাই দিলে। টালি-টোপোলাবোৰ তুলি দি মাক আৰু আইতাকে সিহঁতক গাড়ীত উঠিব দি নিজেও উঠিল।

শীতৰ ধূলিয়ৰি ৰাস্তাৰে গৰুৰ ডিঙিৰ টিলিঙাৰ টিলিং টিলিং শব্দৰ তালে তালে গাড়ী যাবলৈ ধৰিলে। মানসহঁতে আনন্দতে কিৰিলি পাৰিছিল যদিও কিছুসময় পিছত আইতাকে ধমকি দি সিহঁতক শান্ত হৈ থাকিবলৈ দিলে। নহ'লে পথৰ অন্য মানুহে যে সিহঁতক বেয়া বুলিব। পথত পোৱা প্ৰত্যেকখন গাঁৱৰে ল'ৰা-ছোৱালী, জীয়ৰী-বোৱাৰীয়ে সিহঁতৰ গাড়ীখনৰ পিছে পিছে দৌৰি দৌৰি আহি ওলোমাই দিয়া বিছনা চাদৰখন কৌতূহলেৰে দাঙি দি কৈছিল, "চাওঁ চাওঁ, ন-কইনাজনী আমাকো দেখুৱাই যোৱাচোন, আমিও চাওঁ।" কিন্তু চাই উঠি প্ৰত্যেকেই বুজিব পাৰিছিল যে সিহঁতৰ ধাৰণা ভুল। গৰু-গাড়ীত ন-কইনা অহা নাই, আহিছে এটা ডাঙৰ পৰিয়ালহে। এই মানুহবোৰে এনেকৈ ঠগন খোৱা দেখি মানসহঁতে কিৰিলি পাৰি হাঁহিছিল। তেওঁলোকে ঠগন খোৱাৰ কাৰণ হ'ল, আঁৰি দিয়া বিছনা চাদৰ দুখন। চৈ দিয়া গৰু-গাড়ীত কাপোৰ আঁৰি ঢাকি দিলে মানুহে সাধাৰণতে কইনাৰ গাড়ী বুলিয়ে ভাবে। কিন্তু কইনাৰ গাড়ী হ'লে সাধাৰণতে কইনাজনীৰ "অ' মোক ক'লৈ পঠালি অ," "অ' মোক কিয় এনেদৰে খেদি দিলি অ" "অ পিতাই তোক মই আৰু ক'ত পাম অ।" এনেধৰণৰ বিননিৰ গগনফলা কান্দোন থাকে। কিন্তু মানসহঁতৰ গাড়ীখনত সিদিনা কান্দোনৰ সলনি আছিল হাঁহি আৰু স্ফূৰ্তি। মানসহঁত মোমায়েকৰ ঘৰলৈ যাব, মাক যাব মাকৰ ঘৰলৈ আৰু আইতাক যাব হেঁপাহৰ বিয়নীৰ ঘৰলৈ।

গাঁও এৰি মুকলি পথাৰ, মুকলি পথাৰ এৰি গাঁৱৰ পিছত গাঁও গাড়ীখনে পাৰ হৈ গৈ আছে। মানসে সৰহভাগ সময়ে ৰত্নে গাৰোৱানৰ কাষত বহিয়ে চাই গৈছে পথাৰৰ এই অনুপম দৃশ্য আৰু ৰত্নে গাৰোৱানৰ গাড়ী চলোৱাৰ কায়দা। গাড়ীখনৰ অন্য ঠাইতকৈ গাৰোৱানৰ কাষত

বহিবলৈ বৰ আৰাম লাগে। গৰুকেইটাৰ খোজেপতি গাড়ীখনৰ আগটোৱে উঠা-নমা কৰি গৈ থাকে, দোলনি খোৱাৰ দৰে আৰাম লাগে মানসৰ। মানসে ভাবে কিবা কথা নুবুজিলে সিহঁতক ককাক, দেউতাকহঁতে দেখোন গৰু বুলি গালি দিয়ে। সেইহেন একো নুবুজা গৰু হালেনো এতিয়া কেনেকৈ ইমান দূৰ বাট নিজে চিনি পাইছে? কেনেকৈনো গাড়ীখনৰ একোকে নোহোৱাকৈ ইমান সুন্দৰকৈ টানি নি আছে? গৰুহালৰ খোজবোৰ অকণমান ঢিলা হৈ গ'লেই ৰত্নে গাৰোৱানে তেওঁৰ ওলোমাই ৰখা ভৰিখন গৰু এটাৰ পিছ ঠেঙৰ কাষেদি সুমুৱাই দি ভাকুটকুটাই দি হাতৰ জেংডালেৰে পিঠিত এটা কোব মাৰি মুখেৰে চিঞৰি উঠে, "আঃ যা ঐ। এনেকৈ গ'লে কেতিয়া পাবিগৈ।" গৰুহালে তেতিয়া আকৌ টিলিঙাৰ ৰুণুক-ঝুনুক শব্দটো বেছিকৈ কৰি বেগাই যাবলৈ ধৰে। গাড়ীখনে পথাৰত গৈ থকা ঘাঁহ মৰি হোৱা পথটোৰ কথা কেবাবাৰো ৰত্নে জেঠাকক সোধাত তেওঁ ক'লে, "সেই ছুটাক 'লিক' বুলি কয়। এনেদৰে গাড়ী যাওঁতে যাওঁতে সৃষ্টি হৈছে।" মানসৰ কিন্তু কথাখিনি বিশ্বাস কৰিবলৈ মন নাযায়। ইমান দীঘল, গৈ গৈ শেষ কৰিব নোৱাৰা চিন ছুটাও নিশ্চয় সেই ভগৱান নামৰ 'মানুহ'জনেই সজাইছে। কাৰণ ককাকে কোৱা সাধুকথাবোৰৰ মতে এই গছ-গছনি, ফুল, ফল, চৰাই, চিৰিকতি, মেঘ, পানী, ধান, মাহ আদি সকলোবোৰতো তেওঁৱে সজোৱা।

মানসহঁতৰ গাঁৱৰ আশে-পাশে কোনো নদী নাই। সি দেউতাকৰ মুখতহে শুনিছে গুৱাহাটী চিলঙলৈ গ'লে ব্ৰহ্মপুত্ৰ নামৰ এখন ডাঙৰ নদী 'ফেৰী' বা নাৱেৰে পাৰ হৈ যাব লাগে। ছুপৰীয়া সময়ত সিহঁতে পুৰ্ণি গাঁৱৰ বিশাল পথাৰত লগ-লগা মৰা পাগলাদিয়া আৰু বুঢ়াদিয়া নদীৰ সঙ্গম স্থল পালেহি। ফাগুন মাহৰ সূৰ্যৰ ৰূপালী ৰ'দত বিশাল পথাৰখন উজলি উঠিছে। সুদূৰৈৰ চকুৰে মণিব পৰা দিগন্তৰপৰা একা-বেঁকাকৈ বৈ আহিছে ছুইখন নদীয়ে। ছুয়োখন নদীকে যেন কোনোবাই মাতিহে আনিছে এইখিনিতে ডিঙিত ধৰাধৰিকৈ লগ হৈ সখী পাতিবলৈ।

নদীৰ পাৰত সিহঁত আটায়ে গাড়ীৰপৰা নামিল। ৰম্বে গাৰোৱানে গাড়ীখন অকলেই চলাই নি নদীখন পাৰ কৰিলে। মাকৰ হাতত ধৰি ভয় ভয়কৈ নদীৰ পানীলৈ নামিল মানস। ভয় খালেও সি এবাৰ ভাবিলে ইমান ফটফটীয়া পানীবোৰ ক'ৰপৰা আহিছে, ক'লৈ বা বৈ যাব? পথাৰত বা ঘৰৰ সন্মুখৰ পথকেইটাত জমা হোৱা পানী খেদেলা ল'ৰা মানসে, বালিৰ ওপৰেদি বৈ থকা নদীৰ পানীৰ সিৰসিৰণিত অত্যন্ত পুলকিত হৈ উঠিল। সি অনুভৱ কৰিলে, মুখেৰে মাতিব নোৱাৰিলেও পানীৰে পৰশ দিয়ে এই নদীয়েও মানুহক মৰম কৰিব জানে। নদীখন পাৰ হৈ মানসে আকৌ এবাৰ উভতি চালে। নদীৰ পানীৰ ওপৰেদি খোজকাঢ়ি আহি থাকোতে পৃথিৱীখন তাৰ কিবা বেলেগ বেলেগ লাগিছিল, অলপ যেন ভয়ো লাগিছিল পানী খুৱাই ৰম্বে গাৰোৱানে গৰুহালক পুনৰ গাড়ীত যুটি দি সিহঁতক লৈ আকৌ যাত্ৰা আৰম্ভ কৰিলে। সেইদিনা আবেলিহে সিহঁতে মোমায়েকৰ ঘৰ পাইছিলগৈ।

বেচ ধুমধামেৰেই বাণী মাহীয়েকৰ বিয়া হৈ গ'ল। উভতি অহাৰ দিনা যাত্ৰা কৰোতেই মানসহঁতৰ বহুত পলম হৈ গ'ল। দেউতাকে গোমতীৰ-পৰা পঠিয়াই দিয়া বিনন্দ গাৰোৱানৰ ম'হৰ গাড়ীখন বৰ পলমকৈ হালধিবাৰী পাইছিলগৈ। বেলি লহিওৱাৰ পৰত মানসহঁতে ম'হৰ গাড়ীত উঠিল আৰু দেউতাকে চাইকেল চলাই বেলেগ পথেৰে গোমতী গাঁৱলৈ যাত্ৰা আৰম্ভ কৰিলে। মানসহঁতৰ লগত বিনন্দ গাৰোৱানৰ বাহিৰে ডাঙৰ মানুহ বুলিবলৈ একমাত্ৰ হাইস্কুলত পঢ়ি থকা তাৰ ঘন মামাকহে। কেইখনমান গাঁও আৰু দুখন পথাৰ পাৰ হৈ অহাৰ পিছত সিহঁতে পুণিৰ সেই বিশাল পথাৰৰ নদী সঙ্গম পাওঁতেই গধূলি হ'ল। বিশাল পথাৰৰ নদী সঙ্গম পাওঁতেই গধূলি হ'ল। বিশাল পথাৰখনৰ পূব দিগন্তত প্ৰকাণ্ড ৰঙা থাল এখনৰ দৰে হৈ জোনটো উদয় হ'বলৈ ল'লে। বাঁহৰপৰা ওলাই অহা নিশাচৰ পখী এটা আকাশৰ বুকুৰেদি অকলেই উৰি উৰি পাৰ হৈ গ'ল। মোমায়েকৰ ঘৰলৈ যোৱাৰ দিনা মানসহঁতৰ যি

স্ফূৰ্তি লাগিছিল আজি আৰু কাৰো মনতে সেই স্ফূৰ্তি নাই। বিয়াত কেবাদিনো টোপনি ক্ষতি কৰি আটাইৰে গাবোৰো কিবা গধুৰ গধুৰ লাগি আছে। ৰত্নে গাৰোৱানৰ দৰে বিনন্দ গাৰোৱান স্ফূৰ্তি-তামাচা কৰা মানুহো নহয়। আনহাতে গাড়ীখনেও আজি কিবা তেনেই লেহেম গতিত আহিছে। চাওঁতে চাওঁতে জোনটোৰ স্নিগ্ধ মিঠা পোহৰত বিশাল পথাৰখন শুভ্ৰ বগা হৈ উঠিল। অকণ অকণকৈ নিয়ৰ পৰি দিগন্তত ধোঁৱাৰ দৰে পৰ্দা এখনৰ সৃষ্টি হ'ল।

নচলো নচলোকৈ পেঘেনিয়াই পেঘেনিয়াই আহি থকা ম'হৰ গাড়ীখনৰ এটা ফাল দেখোন হঠাতে মাটিলৈ হাউলি পৰিল। ভিতৰত বহি থকা মানসহঁতে আটায়ে প্ৰচণ্ড জোঁকাৰণি এটা খালে। মানসে দেখিলে বিনন্দ গাৰোৱানে তাৰ হাতৰ কাষতে থকা এসোপামান পিৰপিৰীয়া জেকনিৰ এডাল এডালকৈ শুই পৰা সোঁফালৰ ম'হটোৰ পিঠিত কোবাই কোবাই শেষ কৰি পেলালে। ম'হটো কিন্তু তথাপি শোৱাৰপৰা নুঠিল। বিনন্দই এইবাৰ গাড়ীৰপৰা নামি গৈ ম'হটোক নেগুৰত ধৰি তুলি দিবলৈকে যত্ন কৰিলে। ম'হটোৱে কঁকালখন বেঁকা কৰি অকণ উঠিবলৈ যত্ন কৰে আৰু তাৰ পিছতেই আঁঠু কাঢ়ি পুনৰ শুই পৰে। কিছু সময় পিছত বিনন্দ গাৰোৱানে ম'হ দুয়োটাকে গাড়ীৰপৰা খুলি দি গাড়ীখন মাটিত নমাই থোৱাত মানসৰ আইতাকে সুধিলে, "কি হ'ল অ' বিনন্দ? ম'হ দুটাক খুলি দিলি কিয়?" বিনন্দই বেজাৰ মনেৰে উত্তৰ দিলে, "খুলি নিদি আৰু উপায় নাই খুৰী। সোঁফালৰ ম'হটো বুঢ়া, সি বোজা টানিব পৰা নাই।"

আইতাকে ভয় ভয় ভাবেৰে সুধিলে, "এতিয়া তেনেহ'লে এই ৰাতিখন এই মাজ পথাৰত আমাৰ অৱস্থা কি হ'ব?"

"মই আকৌ এবাৰ যত্ন কৰি চাওঁ ৰ'বচোন খুৰী!" বিনন্দই নিৰ্ভয় দি ক'লে, "আপোনালোকে একো চিন্তা নকৰিব, মই আছোৱে নহয়, ৰাতিও বৰ বেছি হোৱা নাই।"

"কি যত্ন কৰ ক'ৰ বোপাই সোনকালে।" আইতাকে বিনন্দক

কাতৰ স্মৃব্রত ক'লে, "পেন্দুকণ! ল'ৰা-ছোৱালীকেইটাৰে সৈতে এই ৰাতিখন বিপদত নেপেলাবি।"

বিনন্দ গাৰোৱানে গাড়ীত বহিবলৈ পাৰি দিয়া খেৰৰ এবোজামান উলিয়াই ল'লে। এখন হাতত এমুঠি খেৰ লৈ আনখন হাতেৰে পকেটত থকা জুই শলাটো উলিয়াই সি খেৰ মুঠি জ্বলাই ল'লে। সেই জুইকুৰা সি ম'হটোৰ নেগুৰডালৰ তলত থকা কোমল মঙহখিনিত লগাই দিলে। এনেকৈ এবাৰ, দুবাৰ, অনেকবাৰ দিওঁতে দিওঁতে খেৰ বোজাই শেষ হৈ গ'ল। তথাপি ম'হটোৰ উঠাৰ নামগোন্ধ নাই। অৱশেষত বিনন্দ গাৰোৱানে হতাশ হৈ আইতাকক ক'লে, "খুৰী, ম'হটো আৰু উঠিব নোৱাৰিব। মৰিবই চাগে। মই ঘৰলৈ গৈ বোন্দাহঁতৰ ঘৰৰপৰা অন্য এটা ম'হ লৈ আহোগৈ। নহ'লে আৰু অন্য উপায় নাই।"

আইতাকে ভয় খাই ক'লে, "কি কৰ অ' বিনন্দ। তোৰ ঘৰ দেখোন ইয়াৰপৰা মাইলচেৰেক হ'ব। তই গুচি গ'লে আমি ইয়াত থাকিম কেনেকৈ? চোৰ ডকাইতে পায় যদি?"

বিনন্দই উত্তৰ দিলে, "সাত মাইল বাটহে। মই যাম আৰু আহিম। দুঘণ্টামান সময় ভগৱানক ধিয়াই থাকক কিবাকৈ। নহ'লে যে গোটেই ৰাতি ইয়াতে নিয়ৰত তিতি বুৰি থাকিব লাগিব।"

মানসৰ মোমায়েক ঘনই সাহসেৰে ক'লে, "আই, বিনন্দ কাকাই ঠিকে কৈছে। তেওঁ ম'হটো লৈ আহক, মইতো আছোৱে আপোনা-লোকৰ লগত। বিনন্দ কাকা, তুমি দৌৰাদৌৰিকৈ আহাগৈ।"

বিনন্দ গুচি যোৱাৰ পিছত আইতাকে দীঘল হুমুনিয়াহ এটা এৰি ক'লে, "হে হৰি, ভাল ৰং চালা আজি তুমি। বোৱাৰী টোপনি নাযাবি অ'। ইমান বিশাল পথাৰ, মানুহ-দুনুহ ওচৰত কোনোৱে নাই। কি হয় আজি আৰু ভগৱন্ত বস্তুইহে জানে মোৰ আই।"

চোৰ-ডকাইতৰ কথা কোৱাত মানসৰ মনত ভয় লাগিছিল যদিও মনত কিন্তু তীব্ৰ আকাংক্ষা এটাও জাগি উঠিছিল তাৰ সিহঁতক চাবলৈ। ঘৰত কেতিয়াবা কোনোবাই আহি ক'ৰবাত হোৱা চোৰ-ডকাইতৰ কথা

আলোচনা কৰা শুনিছে সি। আইতাকৰ মুখে সি “চিচিম ফাক” খেল দেখুওৱা আলিবাবা-চল্লিশ চোৰৰ কাহিনীও শুনিছে। ইমান কৃতিত্ব দেখুৱাব পৰা সেই চোৰ-ডকাইতক চোৱাৰ তীব্ৰ আকাংক্ষা এটাও এই ভয়ৰ মাজতে তাৰ মনত দোলা দি গ'ল। অনেক সময় তেনেকুৱা এটা নতুন অভিজ্ঞতাৰ সৈতে সন্মুখীন হোৱাৰ আশা কৰি কৰি হতাশ হৈ অৱশেষত মানস শুই পৰিল।

কিন্তু মানসৰ সেই আশা পূৰণ হ'ল। হঠাতে আইতাকে খৰখেদাকৈ তাৰ মাকক মতা শুনি মানসে টোপনিৰপৰা সাৰ পাই গ'ল। আইতাকে চেপা মাতেৰে তাৰ মাকক কোৱা শুনিলে, “বোৱাৰী, গহনাৰ টোপোলাটো মোক দে, মই খেৰৰ মাজতে সুমুৱাই থওঁ। সোৱা চা, ক'লা কাপোৰ পিন্ধা মানুহ এজন আমাৰ ফালে কেনেকৈ আহি আছে। নিশ্চয় ডকাইত হ'ব। তই একো নক'বি, ল'ৰা-ছোৱালীকেইটাক ধৰি থাক। যি ক'ব লাগে ময়ে ক'ম। কিবা কৰিব খোজা যেন দেখিলেই এই দীঘল নালিয়া দাৰে ঘপিয়াই বেটাৰ মূৰ কাটি ৰাখিম।” আইতাকে মানসকো সাৱধান কৰি দি ক'লে, “মানু তই লেপৰ তলত সোমাই থাক, মুখেৰে এটা শব্দও নকৰিবি।” আইতাকৰ কথামতেই মানসে তল মূৰ হৈ লেপৰ তলত গোটেইটো সোমাই পৰিল। গাৰুত মুখখন থৈ সি লেপৰ তলেৰে গাড়ীখনৰ সন্মুখৰপিনে চাই থাকিল।

মানসৰ মাকে ভয়ে ভয়ে ভগৱানক সুঁৱৰি ক'লে, “হে হৰি। আজি তুমি ৰক্ষা কৰিলেহে কৰা প্ৰভু। আই, ই ঘনৰ দেখাদেখি নাই দেখোন, ক'ত বা মৰিলগৈ।”

আইতাকে ভেকাহি মাৰি ক'লে, “ক'ব নোৱাৰো আই। অনেক সময়ৰপৰাই তাৰ মাত-কথাও শুনা নাই তাকো দেখা নাই। বিপদৰ সময়ত সকলোৱে ৰং চায়।” মানসে বুজিলে যে সিহঁতৰ বাবে বিপদ ভালকৈয়ে আহিছে। সি শুনা কাহিনীবোৰৰ মতে ডকাইতৰ হাতত দেগাৰ, পিস্তল, বন্দুক আদি মানুহ মাৰিব পৰা অস্ত্ৰ থাকে। এতিয়া

ঘন মামাকো লগত নাই যেতিয়া নিশ্চয় এই ডকাইতজনে তেনেকুৱা কিব' এটা কৰিয়ে দেখুৱাব।

অলপ পিছতে সেই দাড়ি থকা ক'লা চোলা আৰু সেউজীয়া লুঙি পিন্ধা মানুহজন আহি গাড়ীখনৰ ওচৰত ৰ'লহি। আইতাকে ধমকি দিয়াৰ দৰে ডাঙৰ মাতেৰে সুধিলে, "ঐ, কোন অ'? কি লাগে তোক ইয়াত?"

মানুহজনে ইফালে-সিফালে চাই ওলোটাই আইতাককে সুধিলে, "এই গাড়ী ক'ৰপৰা আহিছে, ক'লৈ যাব?"

আইতাকে একে সাহসেৰে উত্তৰ দিলে, "গোমতী গাঁওলৈ যাব। তোক কিয় লাগে?"

"নাই এনেয়ে সুধিছো।" মানুহজনে পুনৰ সুধিলে, "গাৰোৱান ক'লৈ গ'ল?"

আইতাকে উত্তৰ দিলে, "পায়খানা কৰিবলৈ গৈছে। পেটৰ কামোৰ হৈ ওৰে-বাটে এইখনকে কৰি আহি আছে।"

"বাৰু, সি আহি পালে সোনকালে যাবগৈ, ঠাইখিনি ভাল নহয়।" কথাখিনি কৈ কৈ মানুহজনে গাড়ীখনৰ পিছফালে কিছুদূৰ গৈ ডাঙৰ গছ এজোপাৰ আঁৰত নোহোৱা হৈ গ'ল। বেচ কিছুসময় কাটি গ'ল। ঘন ক'লৈ গ'ল, আইতাক আৰু মাকে তাকেলৈয়ে চেপা মাতেৰে আলোচনা কৰিছে। অলপ আঁতৰলৈ শৌচ-পেচাব কিবা কৰিব যাওঁতে এই চোৰ-ডকাইতে মুখত সোপা-চোপা দি মাৰি পেলোৱা নাইতো।

কিছুসময়ৰ পিছত গাড়ীৰ সন্মুখ ফালে দূৰৈৰ দিগন্তৰ ওচৰত আৰু দুটা ছায়ামূৰ্তি ৰিণিকি ৰিণিকি দেখা গ'ল। মানসৰ মাকে কন্দনামুৱা হৈ আইতাকক ক'লে, "আই, ই বিনন্দই আমাক এই জীয়া যমখনৰ হাতত মেলি দি ঘৰত ফস্তি মাৰি শুই থাকিলগৈ যেন পাইছো। নিশা দোভাগ হ'ল, তাৰ দেখাদেখি নাই। ইপিনে চোৰাচোন, এজনে আগে-ভাগে খবৰ কৰি চাই গ'ল। এইবাৰ আকৌ সেই দুজন আহিব ধৰিছে। আমাৰ

লগত মতা মানুহ কোনো নথকা জানি এইবাৰ সিহঁতে নিশ্চয় আক্ৰমণ কৰিব। এইবাৰ আৰু নিষ্কৃতি নাই আই।"

আইতাকে মাকক সাহস দি ক'লে, "ভগৱতীক চিন্তা কৰি থাক বোৱাৰী।" খেৰৰ তলৰপৰা দীঘল দাখন উলিয়াই তেওঁ পুনৰ ক'লে, "মৰিলেও এজনক মাৰিহে মৰিম। এই দীঘল দাৰে এজনৰ হ'লেও ডিঙি কাটি ৰাখিম।"

কিছু সময় পিছত সেই ক'লা কাপোৰ পিন্ধা মানুহজনে পুনৰ উভতি আহি গাড়ীখনৰ সন্মুখত ইফালে-সিফালে চাই ল'লে। তাৰ পিছত সি গাড়ীৰ যুৱলিটোত ধৰি গাড়ীখন ডাঙিবলৈ যত্ন কৰাত আইতাকে ধমকি দি উঠিল, "ঐ কুকুৰ ধূলি। ইয়াৰপৰা আঁতৰ হবি নে এই নলীয়া দাৰে তোৰ ডিঙি কাটিব লাগিব?"

ঠিক সেই সময়তে গাড়ীৰ তলৰপৰা ঘন মোমায়েকে মাত দি উঠিল, "বাই, বৰ ডাঙৰ বৰষুণ গ'ল নেকি অ'? মই দেখোন তিতি বুৰি একাকাৰ হলোঁ।"

মানসৰ মাকে ঘনৰ মাতত সাহস পাই জোৰেৰে ক'লে, "উঠি আহি চাচোন, কি হৈছেহি। তই গাড়ীৰ তলত ফস্তি মাৰি শুইছ, ইফালে আমাক ডকাইতে পাইছে। বৰষুণ যোৱা নাই তই পলাশীৰ পেচাবতহে তিতিছ। ওলাই আহ সোনকালে।"

ক'লা কাপোৰ পিন্ধা মানুহজনে ঘন মোমায়েকৰ মাত শুনি গাড়ীখন এৰি অলপ আঁতৰত থিয় হৈ আলেখ-লেখ চালে। মাকৰ কথাখিনি শেষ হোৱাৰ লগে লগে মানসে কৈ উঠিল, "মা, সৌৱা দেউতা আহিছে।"

"ক'ৰ দেউতাৰে অ', সেইয়াও এই বদমাচৰে লগৰীয়া হ'ব।" আইতাকে ধমকিৰ সুৰত ক'লে তাক। মানসে এইবাৰ দৃঢ় বিশ্বাসেৰে ক'লে, "সেইয়া দেউতা হ'বই লাগিব, মই দেউতাৰ মাত শুনিছোঁ নহয়।"

দূৰৈৰপৰা কথা কৈ আহি থকা মানুহ দুজনলৈ আইতাকে অকণমান

সময় মন কৰি উঠি চিঞৰি সুধিলে, “এইয়া পোনা আহিছ নেকি অ’ ?”

বিপৰীত ফালৰপৰা দেউতাকেও সমান জোৰেৰেই চিঞৰি উঠিল, “অ’ আই। তইঁতে ইয়াতে আছে ?”

“দৌৰি আহ অ’ বোপাই। এইটো ডকাইত, আমাৰ গাড়ীখন দাঙি নিবলৈ যত্ন কৰি আছে।” আইতাকে খুব জোৰে চিঞৰি ক’লে।

“কোন অ’, কাৰ ইমান সাহস অ’, চাই লওঁ ব’হ।” কথাখিনি কৈ দেউতাকৰ লগত অহা মানুহজনে হাতৰ টাঙোন ডাল দাঙি ভিৰাই দৌৰি আহিল। সিফালে ভয়তে পেঁপুৰা লাগি থকা ঘন মোমায়েকেও গাড়ীৰ তলৰপৰা ওলাই আহিল। তেওঁলোক ওচৰ পোৱাৰ আগতে সেই ক’লা কাপোৰ পিন্ধা মানুহজনে প্ৰাণ-টাকি দৌৰি নেদেখা হৈ পৰিল।

আইতাকে দীঘল হুমুনিয়াহ এটা এৰি ক’লে, “আই ভগৱতীয়ে ঠিক সময়তে পোৱাই দিলে বোপা তইঁতক। নহ’লে আজি আমাৰ গহনা গাঁঠৰিতো যাওকেই দেহকেইটাও চুৰা হ’লহেঁতেন।” তাৰ পিছত আইতাকে আবেলিৰে পৰা সকলোখিনি কথা দেউতাকক বুজাই ক’লে। দেউতাকৰ লগত অহা মুৰাৰি পেহাকে শুই থকা ম’হটো এবাৰ নিৰীক্ষণ কৰি ক’লে, “দাদা এইটো মৰিছে। তথাপি কোনো কথা নাই, এইটো ম’হ যুটি লওঁ ব’ব।” ওচৰতে এৰাল দি থোৱা ম’হটো আনি তেওঁ গাড়ীখনত যুটি দিলে।

মানসৰ দেউতাকে আচৰিত হৈ তেওঁক সুধিলে, “তুমি কৰিছা কি কুৰ্মা, এটা ম’হেৰে গাড়ী চলিব নে ?”

“নচলিলে হ’বনে দাদা ?” মুৰাৰি পেহাকে কৈ গ’ল, “এই প্ৰচণ্ড ঠাণ্ডাত ল’ৰা-তিৰোতা মাজ পথাৰত এনেকৈ পৰি থাকিবনে ? মোৰ এই ম’হৰ দৰেই দমদমীয়া শৰীৰটো কিহলৈ আছে ? একালে সি ম’হটোৱে টানিব, আনফালে মই টানিম, আপুনি ঘনৰে সৈতে আগে আগে গৈ থাকক।” কথাখিনি কৈ উঠি মুৰাৰি পেহাকে ম’হটোৰ সৈতে সমানে জোৰ দি গাড়ীখন হন্-হনকৈ টানি লৈ আহিলে।

ঠিক ৰাতিপুওৱাৰ আগে আগে মানসহঁতে সেইদিনা গাঁওৰ এমূৰত থকা গো-পূজা থানৰ ওচৰত গাড়ীৰপৰা নামি এমাইল বাট খোজ কাঢ়ি আহি ঘৰ পাইছিলহি।

এতিয়া মাত্ৰ এক বা ডেৰ ফাৰ্লং গৰু গাড়ীত উঠি সুখ অনুভৱ কৰা মানসৰ সাত বছৰীয়া জীৱনত সেইয়াই আছিল আটাইতকৈ ভাল লগা অথচ ভয়ও লগা গৰু বা ম'হৰ গাড়ীৰে কৰা দীঘলীয়া ভ্ৰমণ। ইয়াৰ পিছত বাছ মটৰ আদি বেছি হৈ অহাত এনেদৰে আৰু চোৰ-ডকাইতৰ হাতত নপৰিবলৈ মানসৰ ককাকে মানসৰ মাকক আৰু গৰু গাড়ীৰে তেওঁৰ মাকৰ ঘৰলৈ যোৱা সম্পূৰ্ণ বন্ধ কৰি দিলে। তাৰ পিছৰে পৰা মাক-আইতাক ক'ৰবাত গ'লেও মানসহঁতৰ ঘৰৰ ওচৰতে থকা তেনেই তৃথীয়া নিশী পেহীয়েক আৰু আইতাকৰ দৰেই খোজ কাঢ়ি চামতাৰ মটৰ ষ্টেণ্ডলৈ গৈ তাৰ পৰা মটৰেৰে যোৱা কৰিলে।

মানসহঁতৰ ওচৰৰ বংশৰ মানুহকে ঘৰত খেলা-ধূলা কৰিবলৈ তাৰ লগৰ সমান বয়সৰ ল'ৰা-ছোৱালী তেনেকৈ নায়েই। যি কেইজন আছে আটাইবোৰে কিবা ডাঙৰ স্কুলত নহ'লে স্কুলতকৈও ডাঙৰ কলেজত পঢ়ে। আগতে নিশী পেহীয়েকে তাক লৈ গৈ কাপোৰৰ ঘৰ সজাই তাতে তাক দৰা সজাইছিল। নাৰিকলৰ কোৰোকাত ভাত ৰান্ধি খুৱাইছিল। তাইৰ মুখে মুখে গান শিকাইছিল, তুমি দিয়া চেলেংখনি পেচ মাৰি লম মই··।" এদিন নিশী পেহীয়েকক খাৰুৱা নে ক'ৰ খুৰাকে আহি লৈ গৈ তাৰ পৰাই তাইক বিয়া দি দিলে। এতিয়া সৰহ ভাগ সময় সি তাৰ নিজৰ আৰু খুৰাকৰ ল'ৰা-ছোৱালী, ভায়েক-ভনীয়েকহঁতৰ সৈতেই খেলা কৰি কটায়। বাহিৰৰ বন গজিবলৈ দিয়া আহল-বহল চোতালখনত ৰবাব টেঙাৰ বল খেলে, হৈ গুডু, ঘাটা টিল দাড়িয়া খেলে। শীতৰ দিনকেইটাত সি নানান ধৰণেৰে খেল খেলে। কিন্তু কেতিয়াবা তাৰ খং উঠিও যায়, এই শীতৰ দিনবোৰ ইমান চুটি! ৰাতিপুৱা আঠমান বজালৈকে ভালকৈ ৰ'দ নুঠেই। এসোপামান কাপোৰ-কানি পিন্ধি উৰি জুপুকা মাৰি থাকিব লাগে। দুপৰীয়া ভাত

খাই অলপ ইফাল-সিফাল কৰাৰ পিছতে গধূলি হয়েই। আকৌ ৰাতিপুৱাৰদৰে জপি জাপি কাপোৰ উৰিব লাগে। এই ঠাণ্ডাখনৰ কাৰণে গা ধুবলৈকে মনেই নাযায়। নানান কায়দা কৰি কৰি সি মাকৰ হাতৰ-পৰা গা ধোৱাৰপৰা আঁতৰি ফুৰে। কিন্তু বন্ধৰ দিনা দেউতাকৰ মাৰ আৰু ধমকনি খোৱাৰ ভয়ত বাধ্য হৈ সি দেউতাকৰ লগত গা ধুবলগীয়া হয়। দেউতাকে তাৰ গাত নাদৰ পৰা পানী তুলি ঢালি দিয়ে। তাৰ পিছত গোটেই গাতে চাবোন সানি দি তেওঁৰ ডাঙৰ ডাঙৰ হাত দুখনেৰে তাৰ হাত-ভৰি, পিঠি, ডিঙি আদি জোৰে জোৰে পিহি দি বকি বকি জমা হোৱা মলিৰ চামনি আঁতৰায়। ইপিনে চাবোনৰ ফেনে চকুত বাঘে ধৰা দি ধৰি সি চিঞৰি থাকিলেও দেউতাকে তাক এৰি নিদিয়ে।

মানসৰ ককাক বা আইতাকে কেতিয়াও জুইৰ কাষত বহি জুই ফুৱাই নেথাকে। তেনেকৈ জুই ফুৱাই থাকিলে হেনো কাপোৰ-কানিতো লেতেৰা হয়েই শৰীৰৰ তেজবোৰো হেনো পানী হৈ যায়। যিদিনা মাক বা আইতাকে গধূলি চোতালত পাতি থোৱা থালিটোত ধান উখহায় বা গৰুৰ বাবে দানা সিজায়, সেইদিনা সি থালিটোৰ বিপৰীত ফালে বহি লয়। বিপৰীত ফাললৈ ঠেলি দিয়া ধানখেৰৰ পোৰা ছাইবোৰ মানসে এডাল জেঙেৰে খুচৰি খুচৰি ভিতৰত থকা ৰঙা জুইখিনি উলিয়াই খুব আমোদ পায়। যিদিনা এনেকৈ বাহিৰত জুই নধৰে সিদিনা সি ভাত ৰান্ধি থকা আইতাকৰ চোকাৰ কাষত বহি জুই ফুৱাব বিচাৰে। কিন্তু আইতাকে ধমকি দি আঁতৰাই পঠিয়ায়। চৌকাটোৰপৰা দুহাতমান দূৰৈত কেঁচা মজিয়াখনত ঘূৰণীয়াকৈ অকণমান ওখ সৰু আলি এটা দিয়া আছে। ৰামক বচাবলৈ যাওঁতে লক্ষ্মণেও বোলে সীতাক তেনেকুৱা এটা ৰেখাকে আঁকি দি গৈছিল। ককাক-আইতাকৰ কড়া নির্দেশ, আইতাকৰ বাহিৰে ঘৰৰ কোনোৱে সেই আলি পাৰ হ'ব নোৱাৰিব। মানসৰ মাক বা খুৰীয়েকৰো তাত প্ৰৱেশ কৰাৰ অধিকাৰ নাই। কাৰণ তেওঁলোকে যে আইতাকৰ

দৰে এতিয়াও শৰণ-ভজন আৰু দীক্ষা লোৱা নাই। সেইবিলাক নোলোৱা মানুহে সেই আলি পাৰ হৈ তাত প্ৰবেশ কৰিলে হেনো পাগ চুৱা যায়। চুৱা পাগত ৰন্ধা ভাত-আঞ্জা ককাকে নাখায়। তেতিয়া আকৌ নতুনকৈ পাগ হাড়ি ধুবলগীয়া হয়।

কিন্তু তেনেকুৱা নিষিদ্ধ এলেকাতো প্ৰবেশ কৰাৰ অনুমতি মানসে সময়ে সময়ে পায়। কিবা অসুখ-বিসুখ হৈ আইতাকে ভাত ৰান্ধিব নোৱৰা হ'লে আইতাকে মানসকে ভাত ৰান্ধিবলৈ দিয়ে। তেতিয়া মানসে গোটেই গাৰ কাপোৰ খুলি থ'বলগীয়া হয়। আইতাক বা মাকে সেই লক্ষ্মণৰেখাৰ দৰে থকা আলিটোৰ বাহিৰৰপৰা দিয়া নিৰ্দেশ মতে সি কেৰাহী বহায়, তেল সম্ভাৰ মাৰে, নিমখ দিয়ে, খৰি বঢ়াই দি থাকে। এবাৰ এনেকৈ সি ৰন্ধা-বঢ়া কৰাৰ পিছত ৰহৰৰ দালিৰে ভাত খাই খাই ককাকে তাক প্ৰথমতে বেচ প্ৰশংসাই কৰি আছিল। কিন্তু হঠাতে ককাকে থু পেলাই তেনেই চিৎকাৰ কৰি উঠিল, "খালে খালে, ছিঃ ছিঃ এই অপগণ্ডই সকলো শেষ কৰি দিলে।" ওচৰতে থকা আটায়ে ব্যস্ত হৈ পৰিল "কি হ'ল, কি হ'ল" বুলি। কাষতে থকা চৰিয়াটোত মুখখন ধুই ককাকে ক'লে, "দালিত কঁঠালৰ গুটি দিয়া বুলি ভাবি বাটিৰপৰা উলিয়াইহে দেখিলোঁ। এইটো চুকভেকুলিৰ পোৱালি।" কেতিয়া কেনেকৈনো সেইটো দালিৰ কেৰাহীত পৰিছিল মানসে গমকে পোৱা নাছিল। ভাত নৰন্ধা দিনকেইটাত আকৌ সেই ফেলেলাং চোলা পিন্ধি মাকে উকৰাই ডিঙিৰ পিছফালে গাঁঠি মাৰি দিয়া চাদৰৰ তলত হাত সুমুৱাই বহি থাকিব লাগে।

গৰমৰ দিনবোৰত এইবোৰ জঞ্জাল নাই। ৰাতিপুৱা শুই উঠি চাহ-পিঠা খোৱাৰ কিছু পিছতে মানসহঁত আটাইকেইটাকে মাক, আইতাক বা খুৰীয়েকে পঁইতা ভাত উলিয়াই দিয়ে। মানসৰ কাৰণে কাঁহৰ এটা ডাওৰ চৰিয়া আছে। পোৰা মাছ, নহ'লে দালি বা মাহ বটাৰে পকা জলকীয়া লৈ মানসে সেই চৰিয়াটোৰে এচৰীয়া ভাত খাই লৈ দুপৰীয়ালৈকে খেলা-ধূলা কৰি থাকে। দুপৰীয়া ককাকৰ পৰা অলপ

আঁতৰত বহি তপত ভাত খায়। ভাত খোৱাৰ সময়ত ককাকে তেওঁক সিহঁতৰ কাকোৱে চুব নিদিয়ে। কাৰণ তেতিয়া সিহঁতে চুলে ককাক চুৱা যায়, গা ধুবলগীয়া হয়। ভাত খাই থাকোতে ককাকে শিকোৱা মতে নাখালে তেওঁ পুনৰ শিকাই দিয়ে। পীৰাত বহি এখন ভৰিৰে মাটি চুই থাকিব লাগে। ভাত খোৱাৰ আগত আৰু মাজত কেতিয়াও পানী খাব নালাগে। মাজত পানী খালে উগাৰ যায়। উগাৰ যোৱাৰ পিছত ভাত খালে পিছৰ জনমত গাহৰিৰ পেটত জন্ম ল'বলগীয়া হয়, পিত্তৰ অসুখ হয়। ভাত খোৱাৰ মাজত কথা ক'লে ভাত-আঞ্জাৰ আচল সোৱাদটো নাপায়, ডিঙিত ভাত অথবা মাছৰ কাঁইট লাগি চৰ্চৰণি খাবলগীয়া হয়। ভাত খাই উঠি সদায় দৈগাখীৰ খাব লাগে। দৈগাখীৰে হজম শক্তি বঢ়ায়, বায়ু, পিত্ত, কফ আদি অসুখ হ'বলৈ নিদিয়ে। ভাত খোৱাৰ পিছত তামোলৰ বাহিৰে প্ৰসাদ-বুট আদি গাল মাৰি খাব নেপায়। "খাই উঠি মাৰে গাল, খাব নাপায় সৰ্বকাল" বুলি হেনো খনাই কৈ গৈছে। গা-ধোৱা সম্পৰ্কতো ককাকে কোৱা এনেকুৱা ফকৰা এফাকি মানসৰ মুখস্থ। সি তাৰ অৰ্থ বিশেষ একো বুজি নাপায়, তথাপি অন্য গীত গোৱাৰ দৰেই কেতিয়াবা আপোন মনে গাই থাকে ঃ

"তেল তামাখু পাণ,
তেহে কৰিবা স্নান।
খাই উঠি মাৰে গাল,
খাব নাপায় সৰ্বকাল।"

খাই বৈ উঠি মানসে তুপৰীয়া সোপাধৰা অথবা যখিনীৰ ভয়তে আইতাকৰ সৈতে এঘুমুটি মাৰে। ঘুমুটিৰপৰা উঠি আমৰ বতৰত আইতাকে কাটি ভগাই দিয়া আম খায় অথবা মাছৰ বতৰত খাল সিঁচিবলৈ যায়গৈ। তাৰপৰা আহি আকৌ নানা ধৰণৰ খেলত মত্ত হৈ পৰে। গধূলি ভৰি-হাত বা গা ধুই অন্যবোৰে লাল কেৰাচিনৰ চাকি জ্বলাই থৈলা পাৰি বহি পঢ়িবলৈ লয়। কিন্তু মানসৰ সেইবোৰলৈ মন নাযায়। সি আনেও এনেদৰে কুঁজা হৈ বহি বহি লিখা-পঢ়া কৰি

থকাটো ভাল নাপায়। ককায়েক-বায়েকহঁতক সি প্ৰায়ে জুলুম কৰি থাকে পঢ়োতে। ইয়াৰ বাবে সি আইতাক, মাক বা দেউতাকৰ গালি-ধমকনিয়ে নহয়, পিঠি ফলা কোবো খায়। তাৰ এই উম্ভগালি সহ্য কৰিব নোৱাৰি ককাদেউতাকে মাতি নি বাহিৰৰ পৰ্টিকত থকা পছুৰ ছাল পৰা চালপীৰাখনত তেওঁৰ কাষত বহুৱাই লয়। ককাকে লাহে লাহে এটা এটাকৈ শব্দ কৈ কৈ দুই এটা শ্লোক গাই যায়। মানসে তেওঁৰ সৈতে কৈ কৈ মুখস্থ কৰি যায়:

"শিৱায়, বিষ্ণুৰূপায়, কৈষ্ণৱে, অনাদি অনন্ত
শিৱৰূপিনে জগদিশায় নমোহৰে হৰাত্মনে।"

## ॥ পাঁচ ॥

পটি´কৰ দুৱাৰমুখটোতে কাঠৰ খুঁটাটোৰ গুৰিৰ পকা পিলাৰটোতে এখন ভৰি দি আনখন ভৰি জেওৰাখনৰ ওপৰেৰে পাৰ কৰি নি মানসে জঁাপ মাৰি ফুলনিখনত সোমাল। হাতত সি ককাকে পুৰীৰ পৰা অনা পিতলৰ বৰ ধুনীয়া কৰণিটো লৈ গৈছে। কৰণিটো ইতিমধ্যে সিখন বাগিচাৰ ফুলেৰেই আধামান পুৰ হৈছেই। সি প্ৰায় সদায়ে এনেদৰে ককাকক গোসাঁই-পূজা কৰিবলৈ ফুল তুলি দিয়ে। পূজাৰ বাবে ককাকে নিজে কোনো দিনে ফুল নোতোলে। কাৰণ পূজাৰ শেষত ফুল শিৰত ল'ব লাগে। কিন্তু নিজে তোলা ফুল নিজৰ মূৰত ল'ব নাপায় হেনো। সেয়েহে সৰহভাগ ককাকে মানসক ফুল তুলিবলৈ দিয়ে।

. পিলাৰটোৰপৰা জঁাপ মাৰি মাটিত নমাৰ লগে লগে সি অনুভৱ কৰিলে তাৰ ভৰিৰ তলত কিবা এটা পৰিছে। মানসে তললৈ চাই দেখিলে নৱমল্লিকা জুপিৰপৰা ওলোৱা নতুন কুঁজিটোৰ ওপৰতে তাৰ ভৰিখন পৰিছে। ততাতৈয়াকৈ সি হাতৰ কৰণিটো থৈ কুঁজিটোৰ ওচৰত বহি কুঁজিটো আলফুলকৈ হাতেৰে তুলি লৈ চালে। কুঁজিটো আগতকৈ যথেষ্ট ডাঙৰ হৈছে। কিন্তু বগাবলৈকে বান্ধি দিব পৰা হোৱা নাই। তাৰ খোজটো জোৰকৈ পৰাত কুঁজিটোৰ পাত দুটি গুৰিতে ভাঙি গৈছে। মানসে বেজাৰ মনেৰে কুঁজিটোক নিজে নিজেই ক'লে, "আই ঐ দেহি। তই বৰ দুখ পালি নহয়? মোক বেয়া নাপাবি দেই। মই নেদেখাতহে গছকিলো তোক। মই যে ককাৰ বাবে ফুল তুলিবলৈ জেওৰাখন অন্য ফালেদি পাৰ হ'ব নোৱাৰোঁ। তোৰ গাটো মই পিহি দিওঁ, ভাল পাই যাবি ৰ'হ।" কথাখিনি কৈ কুঁজিটোৰ গচকা ঠাইখিনি সি হাতেৰে কেবাবাৰো পিহি দিলে। দেউতাকে কোৱা মনত আছে তাৰ নতুনকৈ বোৱা ধান বা অন্য গছ-গছনিৰ পুলিৰ ওচৰত বন গজিলে পুলিটোৱে

ভালকৈ খাবলৈ নাপাই মৰি যায়। কুঁজিটোক সি গচকি আঘাতো কৰিলেই, এতিয়া কাষত গজি উঠা বনখিনিয়ে কুঁজিটোক আকৌ খাবলৈ আহাৰো নিদিব। কথাখিনি ভাবি কাষতে থকা বনখিনি সি এডাল এডালকৈ তৎক্ষণাৎ উভালি পেলালে। এছাটি চেঁচা বতাহে তাৰ গাটো জুৰাই গ'ল। মানসে হাতত কৰণিটো লৈ এইবাৰ থিয় হ'ল। বতাহছাটি লাগি কুঁজিটোৰ আগটোত থিয় থকা পাত দুটি এবাৰ কঁপি উঠিল। মানসৰ এনেকুৱা লাগিল কুঁজিটোৰ যেন মুৰটো লৰাই তাকে কৈছে, "মই এতিয়া ভাল পাইছোঁ। যোৱা, তুমি চিন্তা নকৰি ককাৰ বাবে ফুল তোলাগৈ।"

পূবফালৰ এই বাগিচাখনত সি মাত্র কেইপাহমান ফুল তুলিলেই হ'ল। মানসে নতুনকৈ ফুলা হৰগৌৰী জবাজোপাৰ পৰা দুপাহমান ফুল তুলিবলৈ মন কৰিলে। এইজোপা ফুল ককাক আৰু সি বিশ্বেশ্বৰৰ ওচৰৰ মালাকৰ পণ্ডিতৰ ঘৰলৈ যাওঁতে তেওঁলোকৰ পৰাই আনিছিল। অন্য ফুলৰ লগত এই হৰগৌৰী জবা কেইপাহমান পালে ককাকে বৰ ভাল পায়। ফুলপাহ প্ৰায় জবা ফুলৰ দৰেই, কিন্তু অকল ৰঙা নহয়। প্ৰত্যেকটো পাহিৰে আধা ৰঙা, আধা বগা, ওলমি থকা কেশৰকেই-ডালেৰে সৈতে বৰ ধুনীয়া দেখি।

ফুলৰ প্ৰতি তাৰ ভাগৰত ককাকৰ দৰে বুঢ়া মানুহ এজনৰো যে ইমান মোহ, ভাবিলে মানসে বিচুৰ্তি খাই যায়। দীঘল ঘৰটোৰ পৰ্টিকটোৰ দুকাষত থকা সৰু বাগিচা দুখন আৰু বাহিৰৰ চোতালখনৰ চৌদিশে, গোঁসাই ঘৰৰ পিছ ফালতো, কিমান যে ফুল আছে। গোলাপ, খৰিকাজাই, গন্ধৰাজ, ভুটিমালি, শালিকাঠুটীয়া, অটচী, গেন্ধাই, জবা, হৰগৌৰী জবা, অপৰাজিতা, বকুল, স্থলপদ্ম, চম্পা, তগৰ, ভুঁইচম্পা, শেৱালি। গোসাঁইঘৰটোৰ সন্মুখত একালে এজোপা কামিনী-কাঞ্চন আনফালে এজোপা শেৱালি। পদুলিতে এজোপা প্ৰকাণ্ড দেৱদাৰু। তাৰ তলত থকা শিল দুটাত বহি লৈ সিহঁতৰ পদুলিৰ আগৰপৰা আৰম্ভ হোৱা পথ তিনিটাৰে গাঁওখনৰ প্ৰায় আধাআধি চাই থাকিব পাৰি। পৰ্টিকৰ

দুই কাষেৰে গেটৰ দৰে উঠাই দিছে দুজোপা নৰমল্লিকা। দুইজোপা নৰমল্লিকাই পৰ্টিকৰ সন্মুখৰ মটুকটোৰ ওপৰত অজস্ৰ ফুল ফুলাইছে। গৰমৰ দিনৰ নিশা সেই নৰমল্লিকা ফুলৰ গোন্ধ ভিতৰৰ চোতাল পৰ্যন্ত যায়গৈ। মিঠা মিঠা সেই ফুলৰ সুবাসত মানসৰ মন-প্ৰাণ উপচি পৰে। এদিন মানসে ককাকক সুধিছিল, "ককা, তুমি ফুলৰ পুলিবোৰ ইমান গোটাই ফুৰা কিয় ? আমাৰ দেখোন অনেক ফুলেই আছে।"

উত্তৰত ককাকে কৈছিল, "ভাল মানুহ আৰু ফুলৰ গছ একেই। ভাল মানুহে জনম লৈ মানুহক ভাল ভাল কথা শিকাই থৈ যায়। ফুলৰ গাছেও ফুল ফুলাই মানুহৰ বহুত উপকাৰ কৰি থৈ যায়। ঘৰৰ সন্মুখত ফুল থাকিব লাগে। ফুল থাকিলে বায়ু দূষিত নহয়। আমাৰ ঘৰৰ চৌপাশে বহুত বাঁহ আছে। বাঁহ গছে বায়ু দূষিত কৰে। ফকৰাতে কৈছে নহয়, "আগত বাঁহ পিছত ঔ, সেই গিৰিহঁতৰ মৰিবৰ নৌ।" অৰ্থাৎ বাঁহ আৰু ঔ গছে বিষাক্ত গেচ অন্য গছতকৈ বহুত বেছিকৈ এৰি দিয়ে। সেই বিষাক্ত গেচক ফুলৰ মিঠা গোন্ধে ভাল কৰি পেলায়। ফুলে ঘৰৰ শোভা বঢ়ায়। ফুল দেখিলে মানুহৰ মনত আনন্দ লাগে। খুব ভাগৰ লাগিলে ফুলনিলৈ চাই ফুলৰ সৌন্দৰ্য চাই থাকিলে ভাগৰ আঁতৰি যায়। ফুলে মানুহৰ মনৰ দুখ, বিষাদ আদি আঁতৰায়, মানুহক গোটেই জীৱন সুখী কৰি ৰাখিব পাৰে। মৌ-মাখিয়ে ফুলৰ পৰাই মৌ নি বাঁহত সংগ্ৰহ কৰে, সেই মৌ মানুহৰ বাবে অমৃতৰ দৰে নানা ঔষধত লাগে। মুঠতে বুজিছ মানস ফুল সৃষ্টিকৰ্তা ভগৱানৰ এক আশ্চৰ্য মধুৰ সৃষ্টি। সেয়েহে সেই সুন্দৰ ফুলেৰেই ভগৱানক পূজা কৰা যায়। তই নিজেই পূজাৰ বাবে মোক ফুল তুলি দিয় দেখোন। দেখা নাই নে নিতৌ পূজাৰ বাবে মোক কিমান ফুল লাগে ?"

ফুল সম্পৰ্কে কোৱা এই আটাইখিনি কথা মানসে সুন্দৰভাৱে বুজি পোৱা নাছিল। কিন্তু মানসে গোটেইখিনি কথাৰে মূল অৰ্থ এটা কৰি লৈছিল যে ফুল মানুহৰ বাবে অত্যন্ত আৱশ্যকীয় বস্তু আৰু এই ফুলৰ গছক যতন কৰি ৰক্ষা কৰিব লাগে।

কথাখিনি ভাবি ভাবিয়ে সি হৰগৌৰী জবাজোপাৰ ফেৰেঙণি এটাত উঠি ফুল দুপাহ ছিঙিবলৈ গছডালত অলপ উঠি ল'লে। ফুলপাহলৈ হাত মেলাৰ লগে লগে পাতৰ মাজত চৰত্‌কৈ শব্দ এটা হ'ল। সি সচকিত হৈ চাই দেখিলে যে গছৰ ডাল এটাৰে সৈতে একে হৈ থকা কাৰ্শলা সাপ এডাল বগাই সিটো ডাললৈ যাব ধৰিছে। মানসে সাপ দেখিছে যদিও চেপাত বা জালত লগা ঢোঁৰা সাপহে দেখিছে। তাকো দেউতাক বা ঘৰৰ অন্যই লগে লগে মাৰি পেলায়। কিন্তু জীৱন্ত অৱস্থাত এনেদৰে কেৰ্‌মেৰ্‌কৈ গাৰ কাষেৰে বগাই যোৱাকৈ কোনো দিনেই পোৱা নাই। "আই ঐ", বুলি সৰুকৈ চিঞৰ এটা মাৰি সি একে লাফে গছৰ পৰা নামিল। লগে লগে তাৰ মনত পৰিল ককাকে কোৱা হৰিশ্চন্দ্ৰ ৰজাৰ পুতেক ৰোহিতেশ্বৰে ফুল তুলিবলৈ যাওঁতে সাপে খুঁটি মৰা কাহিনীটো। ৰোহিতেশ্বৰৰ দৰে সাপডালে তাকো মুখুটিবলৈ ককাকে তাক সাপ দেখিলেই গাবলৈ কোৱা শ্লোকফাঁকি মাতিব ধৰিলে :

"আস্তিকস্য মুনিৰ মাতা
বাসুকী ভগনীস্তথা
জড়াৎকাৰ মুণিৰ পত্নী
পদ্মে দেৱী নমোহস্তুতে।"

চক খোৱা সাপডালে গছডালৰ পৰা নামি বাগিচাৰ বেৰখনৰ ওপৰেদি বগাই গুচি গ'ল। মানসৰ মনটোত এটা গৌৰৱৰ ভাব আহি গ'ল— তাৰ মন্ত্ৰৰ বলতহে যেন সাপডালে তাক একো নকৰি এনেকৈ আঁতৰি গ'ল। সি আকৌ এবাৰ গছডাল ভালকৈ চাই ল'লে—ক'ৰবাত এইডাল সাপৰ লগ গছৰ ডালত আছেনেকি। এবাৰ জবা ফুলজোপাৰ ডালটোত ধৰি সি গছডাল লৰায়ো দিলে। সাপ আৰু নাই বুলি জানিব পৰাত সি এইবাৰ ফুল ছিঙি ছিঙি আপোনমনে গাবলৈ ধৰিলে, "গছে গছে পাতি দিলে ফুলৰে শৰাই কি ৰাম ৰাম…।" চতুৰ্থ পাহ ফুল ছিঙিব ধৰোতে পদূলিৰ পৰা তাক কোনোবাই মাতি দিলে, "কি অ' মামু আজি দেখোন মোক আনিবলৈ নগলি তই ?"

সি গছৰ ওপৰৰ পৰাই ডিঙিটো ঘূৰাই চাই দেখিলে—তাৰ বায়েক সমতাই বিয়া হৈ যোৱা ৰূপালী পেহীয়েকক লগত লৈ আহিছে।

মানসে "এনেয়ে নগ'লো" বুলি ক'ব খোজাৰ আগতেই বায়েক সমতাই হাঁহি হাঁহি ক'লে, "কেনেকৈ যাব, সেইদিনা সি কম লাজ পাইছেনে ?"

তেনেকুৱা বেছি লাজ পাবলগীয়া বিশেষ ডাঙৰ কাম সি একোকে কৰা নাছিল। কিন্তু সৰু ল'ৰা হিচাপে কামটো বেছ ডাঙৰ কামেই আছিল। ফুলেৰে ভৰ্তি হোৱা কৰণিটো সাৱধানে ধৰি পিলাৰটোৰ ওপৰত ভৰ দি খুঁটাটোত ধৰি সি ফুলনিখনৰ পৰা ওলাই আহি গোসাঁই ঘৰৰ ওচৰতে থকা দুবৰি ডৰাৰ পৰা দুবৰি তুলিবলৈ ল'লে। দুবৰি-কেইডালমান উভালি থৈ আগবোৰ এডাল এডালকৈ তুলি লৈ সোঁহাতেৰে বনডালৰ একেবাৰে আগত থকা পাতটো গুচাই তাৰ তলত থকা বেজীৰ লেখীয়া কণমাণি পাতটো উলিয়াই লৈ টানি উভালি পেলাব লাগে। ককাকেই তাক এইটো শিকাইছিল যে দুবৰি সদায় তিনিপতীয়া হ'ব লাগে। মাজত থকা কণমানি শলাৰ লেখীয়া পাতটো আঁতৰাই পেলাব লাগে, নহ'লে সেই দুবৰি গোসাঁয়ে পূজাত গ্ৰহণ নকৰে। দুবৰি তুলি থকাৰ মাজতে সি কেইদিনমান আগতে পেহীয়েকৰ বাবে লাজ পাবলগীয়া কথাটোকে ভাবি গ'ল।

মানসৰ মনত থকাত এতিয়ালৈকে তাৰ ৰূপালী পেহীয়েকৰ বিয়াখনেই সি সম্পূৰ্ণকৈ দেখা বিয়া। বাণী মাহীয়েকৰ বিয়াত সি আলহীহে আছিল, তদুপৰি সোনকালে শুই পৰা বাবে ৰাতিৰ বিয়া সি নেদেখিলেই। ৰূপালী পেহীয়েকৰ বিয়াৰ দিনা তাৰ নিজৰ চূড়াকৰণো আছিল। সেইদিনা ভিতৰ চোতালত ধুনীয়াকৈ সজোৱা ৰভাৰ তলত এফালে ককাকে পেহীয়েকৰ বিয়াৰ আৰু আনফালে দেউতাকে তাক কাষত লৈ শ্ৰাদ্ধ কৰিছিল, হোম পুৰিছিল। মনত পৰে তাৰ দেউতাকে পিণ্ড-সানোতে ওলোৱা ঘিঁ মৌৰ মলমলীয়া গোন্ধটোত দিনটো উপবাসে থকা ভোকটোৱে তাৰ বেয়াকৈ উক দি উঠিছিল। সেই সনা বস্তুখিনি সি

খাবই খুজিছিল। আবেলি বাৰীত গা ধুবলৈ যোৱা কলডালৰ তলত তাৰ চুলিখিনি খুৰাই পেলাইছিল। ইমান দিনে দীঘলকৈ ৰখা চুলিখিনি এনেকৈ খুৰাই দিয়াত তাৰ অসম্ভৱ খং উঠিছিল। খং আৰু দুখতে সি কান্দিয়ে পেলাইছিল। বহুদিনলৈ তাৰ বৰ অসুবিধাই হৈছিল—লগৰ ল'ৰা-ছোৱালীৰতো কথাই নাই, আনকি দেউতাক-ককাকেও তাক 'টপা,' 'টকলা' বুলি জোকাই খং তুলিছিল। তাৰ বৰ অস্বস্তি লাগিছিল— কেতিয়া যে আহিব এই আপদীয়া চুলিসোপা!

ৰূপালী পেহীয়েকৰ বিয়াত মানসে ভায়েক-ভনীয়েকহঁতৰ দৰে সিমান স্ফূৰ্তি-তামচা কৰিব নোৱাৰিলে। সিদিনা ৰূপালী পেহীয়েকক প্ৰত্যেকে ইমান বেছি আদৰ-সাদৰ কৰা দেখি সি বৰ আচৰিত হৈছিল। সিদিনা প্ৰত্যেকেই ৰূপালী পেহীয়েকক খুব মৰম কৰিছিল, মিঠা মিঠা কথা কৈছিল, মূৰত হাত ফুৰাই গাল-মুখ পিহি মৰম কৰি দিছিল, প্ৰত্যেকেই হাঁহি হাঁহি তেওঁৰ হাতত ধুনীয়া কাগজেৰে মেৰিওৱা উপহাৰবোৰ দিছিল। বন্ধৰ দিনা দেউতাকে তাক গা ধুৱাই দিয়াতকৈ বেছি মৰমেৰে আইতাকে পেহীয়েকক কলৰ তলত গা ধুৱাই দিছিল, মুৰাৰী পেহাকে ইমান ডাঙৰ ছোৱালী ৰূপালীক কলৰ তলৰ পৰা কোলাত তুলি আনি চোতালৰ ৰভাৰ তলত বহুৱাই দিছিল। ৰাতি পেহাকে মূৰত গেন্ধাই ফুলৰ মালা পিন্ধি অনেক মানুহৰে সৈতে পদূলিৰ কলৰ তলত বৈছিলহি। ককাকে তেওঁৰ ভৰি দুখন ধুৱাই দিছিল আৰু খুৰাকে কোলাত লৈ আহি ভিতৰৰ ৰভাৰ তলত বহুৱাই দিছিল। দুই ঘৰৰে ঢুলীয়া আৰু 'বেণ্ডপাৰ্টি'ৰ শব্দত কাৰো কথা ক'তো নুশুনা হৈছিল। ইমান গোলমালৰ মাজতো পেহাকে কাষতে থকা বুঢ়া পুৰোহিতৰ চিঁ চিঁয়া মাতেৰে কোৱা নিৰ্দেশমতে তেওঁ গাই যোৱা মন্ত্ৰ মাতি মাতি পূজা কৰিছিল, হোম পুৰিছিল। ৰাতিপুৱা গোটেই ঘৰখনৰে কান্দোন আৰু ৰাউচিত মানসৰ ঘুমটি ভাগি গৈছিল। টোপনিৰপৰা সাৰ পাই মানস অত্যন্ত আচৰিত হৈ গৈছিল। সি বেঙাৰ দৰে প্ৰত্যেকৰে মুখৰ ফালে চাইছিল। প্ৰত্যেকেই দেখোন ৰূপালী পেহীয়েকক সাৱটি ধৰি ধৰি কান্দিছে আৰু

তাৰ ৰূপালী পেহীয়েকে দেখোন ইনাই-বিনাই কান্দি কান্দিয়ে প্ৰত্যেককে ভৰি চুই চুই সেৱা কৰি ফুৰিছে। আটাইতকৈ আচৰিত হৈছিল মানসে তেতিয়া, যেতিয়া অন্যবোৰৰ লগতে তাৰ দেউতাক আৰু ককাকেও চকুপানী মচি মচি কন্দা দেখিছিল। আশ্চৰ্যত সি হতবাক হৈ গৈছিল। অনেক সময় যতন কৰি সি যেতিয়া বুজি পালে যে তাক অত্যন্ত মৰম কৰা ৰূপালী পেহীয়েক আৰু সিহঁতৰ লগত নাথাকে— চিৰদিনৰ বাবে গুচি যা'বগৈ, তেতিয়া তাৰ মনটোও মৰি গৈছিল। ঠিক তেনে সময়তে ৰূপালীয়ে যেতিয়া আহি তাক কোলাত লৈ কান্দি কান্দি গালে-মুখে চুমা খাব ধৰিলে, তেতিয়া সিও পেহীয়েকৰ ডিঙিত ধ'ৰি ধৰি কান্দিব ধৰিলে। অৱশেষত চৈ দিয়া গৰু গাড়ীত উঠি কান্দি কান্দিয়ে ৰূপালী পেহীয়েকে সিটো চুপাত থকা পেহাকৰ ঘৰলৈ গুচি গ'ল।

মানস আকৌ অবাক হ'ল যেতিয়া চিৰদিনৰ কাৰণে কান্দি-কাটি আউলী-বাউলী হৈ যোৱা ৰূপালী পেহীয়েকজনীয়ে পিছদিনাই আকৌ চৈ দিয়া গৰু-গাড়ীৰে ঘৰলৈ উভতি আহিল। কেইদিনমান পিছত মানসে পেহীয়েকক সুধিছিল, “পেহী, দেউতাহঁতে বোলে তোক চিৰদিনৰ কাৰণে পঠিয়াই দিছিল। তই দেখোন উভতি আহি আকৌ ঘৰতে থাকিলিহি। দেউতাইঁতেও দেখোন একো কোৱা নাই তোক তই গুচি অহা বাবে। তই আৰু গুচি নাযাৱনেকি পেহী ?”

ৰূপালী পেহীয়েকে কুৰ্চাৰে গুঁঠি থকা বঁটাত পৰাখন সামৰি থৈ তাক কোলালৈ আনি চুমা এটা খাই কৈছিল , “মোৰ আগ বিয়াহে হৈ গৈছে। আগ বিয়া হ'লে ছোৱালী গুচি নাযায় সোণটো। পাছ বিয়াৰ পিছৰপৰাহে মই চিৰদিনৰ বাবে গুচি যাম।”

পেহীয়েকৰ কথাখিনি শুনি মানসৰ অলপ খঙো উঠিছিল। সি ভাবিছিল, “আমাৰ মা-দেউতা-ককাহঁতে একোকে নেজানেনেকি ? পেহী যদি এতিয়া গুচি নাযায়ে তেনেহ'লে সিদিনা কিয়নো তেনেকৈ হাঔ-

বিঐকৈ কান্দিবলগীয়া হৈছিল।" সি পেহীয়েকক সুধিছিল, "তোৰ পাছ বিয়া আকৌ কেতিয়া হ'ব পেহী ?"

ৰূপালীয়ে চোতালখনৰ পিনে চাই চাই কিবা ভাবি আছিল। তাই বহুত সময়ৰ মূৰত কৈ উঠিল, "হুঁ, দুবছৰমানৰ পিছত হ'ব।"

কিন্তু ৰূপালীয়ে কোৱাৰ দৰে তাইৰ পাছ বিয়া দুবছৰমান পিছলৈ নাথাকিল। এবছৰমানৰ পিছতে এদিন তাৰ ৰূপালী পেহীয়েকক দেউতাক, ককাকহঁতে কইনা সজাই গৰু-গাড়ীৰে নি পেহাকৰ ঘৰত বিয়া পাতি দিলে। এইবাৰৰ বিয়াত ঢোল-পেপা নাবাজিল, আগবিয়াৰ দৰে সিমান মানুহো নাহিল।

সেইদিনাখন যি গ'ল, ৰূপালী পেহীয়েকে তেতিয়াৰেপৰা পেহাকৰ ঘৰতেই থকা কৰিলে। মানসহঁতৰ ঘৰৰ অন্য সকলো যায় ৰূপালী পেহীয়েকৰ তালৈকে, কিন্তু আইতাক নাযায়। বিয়া দিয়া ছোৱালীবোৰ মাক নোহোৱা পৰ্যন্ত হেনো ছোৱালীৰ মাক ছোৱালীৰ ঘৰলৈ যাব নেপায়। আইতাকৰ খুব মন গ'লে তাক আৰু সমতা বায়েকক পঠিয়াই দিয়ে ৰূপালী পেহীয়েকক আনিবলৈ। এইটো কামত মানসে প্ৰথম দুদিনমান ভাল পাইছিল যদিও পিছলৈ বৰ বিৰক্তি পোৱা হ'ল। পেহীয়েকক আনিবলৈ গ'লে তাইৰ শাহুৱেক শহুৰেকক ভয় ভয়, সংকোচ কৰি কৰি ক'ব লাগে আইতাকে নিবলৈ পঠোৱা বুলি। বুঢ়া-বুঢ়ী হালে দুয়োৰে লগ হৈ চিলিম হুপি হুপি তাক অনেক সময় ধৰি প্ৰশ্ন সুধি থাকে, আইতাকে কিয় নিব পঠিয়াইছে, ভাত খুৱাবলৈ কি আনিছে, কেতিয়া থৈ যাবহি···। তাৰ পিছত এটা বেলাই দুইজনে আলোচনা কৰিব, যাবলৈ দিবনে নাই। ইফালে যাবলৈ অনুমতি দিলেও পেহীয়েকে ঘৰৰ ইটো-সিটো কাম কৰি কৰি শেষ কৰিহে এপৰমান বেলিৰ পিছত ওলায়। পেহীয়েকে মূৰত ওৰণিখন লৈ ঠিক অমল খুৱাকহঁতৰ পদূলিলৈকে আহে। তেওঁলোকৰ পদূলিৰ পৰা ওৰণিখন পেলাই দি ঘৰলৈকে আহে। আহিলে শহুৰেকে কোৱামতে দুটা বা তিনিটা নিশা কটাই আকৌ যাবলৈ ওলায়। অহাৰ দিনা ৰূপালী পেহীয়েকৰ হাঁহিত

ততেই নাথাকে। যোৱাৰ দিনা আকৌ কান্দোনে কান্দোন। আৱেলি কান্দি কান্দিয়ে এসাজ ভাত খাই লয়। কাৰণ মাকৰ ঘৰৰপৰা উভতি যোৱা ন-কইনাই হোনো শহুৰেকৰ ঘৰত নিশাৰ সাজ ভাত খাব নালাগে।

এবাৰ এই ৰূপালী পেহীয়েক বহুদিন ধৰি সিহঁতৰ ঘৰলৈ অহা নাছিল। মানসৰ মনত বৰ বেয়া খং এটা উঠিল, "ৰূপালী পেহী আমাৰহে পেহী। পেহাহঁতে কেলেই ৰাখি থ'ব এনেদৰে? নিদিওঁ ৰাখি থ'বলৈ, আমাৰ ঘৰলৈ লৈ আহিম যা—।" তেনে এটা ভাবেৰে সি সিদিনা ৰাতি-পুৱাই পেহীয়েকৰ ঘৰ ওলালগৈ। সি মনতে যি খং লৈ গৈছিল পেহীয়েকৰ শহুৰেক আৰু শাহুয়েকৰ কথা কটা-কটি দেখি সেই খং তাৰ পলকতে নোহোৱা হ'ল। মাত্ৰ এটা চুপাৰ পাৰ্থক্য হ'লেও ইমান সৰু ল'ৰা এটাক অকলে নিব পঠোৱা দেখি ৰূপালী পেহীয়েকে আচৰিত হৈ সুধিলে "কিয় মান্টু, কিয় আহিলি?"

শাহুৱেক-শহুৰেকৰ কথা কটা কটি দেখি সি তেওঁলোকৰ আগতে কথাটো ক'ব নোৱাৰিলে। তেওঁলোকক শুনাই সি মিছা কথা এষাৰ ক'লে, "নাই, এনেয়ে ফুৰিব আহিছো।" কিছু সময় পিছত পেহীয়েকৰ পিছে পিছে শোৱনি-কোঠালৈ গৈ সি ক'লে, "অ' পেহী, তোক আইতাই লৈ যাব কৈছে।"

'কিয় কিবা আছেনেকি?' ৰূপালীয়ে সুধিলে।

মানসে ভয়ে ভয়ে ক'লে, "অ'। দেউতাই বৰ্ণিবাৰীৰ হাটৰপৰা কাছ এটা আনিছে।"

ৰূপালী পেহীয়েকে ক'লে, "তেনেহ'লে ককা আৰু আইতাৰক ক'গৈ।"

সি মুখখন ঘূৰাই ক'লে, "মই নকওঁ যা ভয় লাগে। এনেয়ে দুয়োৰো কাজিয়া লাগি আছে।"

ইতিমধ্যে ৰূপালীক শহুৰেকে মতাত তাৰ কাষৰপৰা গুচি গ'ল। অনেক সময় বাট চাই থাকি ৰূপালী পেহীয়েক নোলোৱা দেখি সি আকৌ

তাইৰ ওচৰলৈ গ'ল। এইবাৰ পেহীয়েকে বাৰীৰ তামোল কেইজোপাৰ তলত কাপোৰ ধুই আছিল। সি গৈ আকৌ খাটনি ধৰিলে, "অ' পেহী বল অ', যাওঁ বল। নগ'লে কিন্তু আইতাই বৰ বেয়া পাব।"

পেহীয়েকে তাক কথাটো এইবাৰ ভালকৈ বুজাই ক'লে, "শাহুআইক মাই নিজে ক'লে বেয়া পাব। তই কগৈ যা বোলে আইতাই পেহীক নিব পঠিয়াইছে।"

মানসে আকৌ আপত্তি কৰি উঠিল, "মই নকওঁ যা, আইতাৰ এনেয়ে খং উঠি আছে, মোক মাৰিব।"

অগত্যা উপায় নাপাই ৰূপালীয়ে শাহুৱেকক নিজেই ক'লেগৈ। শাহুৱেকেও আচৰিত হৈ ক'লে, "এহ আই। সিদিনা দেখোন দুদিন থাকি আহিছগৈ। এটা সপ্তাহো নহওঁতে বিয়নীয়ে আকৌ নিবলৈ পঠিয়াবলগীয়া হ'লেইনে! আমাৰ ছোৱালী নাই বাবে বিয়নীয়ে তেওঁৰ ছোৱালীৰ মোল আমি বুজি নোপোৱা বুলিয়ে ভাবিছে চাগৈ। যা মোৰ আই যাগৈ।"

সেইদিনা অনেক পলমকৈ হ'লেও সি ৰূপালী পেহীয়েকক ঘৰলৈ আনিহে এৰিলে। আইতাকে ৰূপালীক পদূলিতে দেখি হাঐ-বিঐকৈ পটি কলৈ ওলাই সুধিলে, "কিয় আহিলি অ' আই হঠাতে এনেদৰে?" ৰূপালীয়ে চকু থিয় কৰি ওলোটাই মাককহে প্ৰশ্ন কৰিলে, "আনিব পঠিয়াই আকৌ মোকহে ওলোটাই সুধিছ কিয় আহিলোঁ বুলি?"

আইতাকে একো বুজিব নোৱাৰি পুনৰ আচৰিত হৈ সুধিলে, "কিনো কৈছ অ' আই?"

ইতিমধ্যে মানসে তাৰ বদমাচি ধৰা পৰি যোৱা দেখি পেহীয়েকৰপৰা আঁতৰলৈ গৈ আইতাকৰ ফালে চাই চাই ক'লে, "মই ইচ্ছা কৰি লৈ আহিছোঁ। পেহী আমাৰহে। সিহঁতে কিয় ৰাখি থ'ব এনেদৰে।"

পেহীয়েকলৈ মানসৰ মৰম আৰু আকুলতা দেখি আইতাকে এইবাৰ হাঁহি হাঁহি শাসনৰ সুৰত তাক ক'লে, "তই বৰ অঘাইটং হৈ গৈছ কিন্তু মানু। আজিৰপৰা মই নোকোৱাকৈ যদি পেহীয়েকক এনেদৰে লৈ আহ

তেনেহ'লে চাবি কিন্তু, পাণপতীয়া চৰ খাবি তই। আগলৈ তেনেকুৱা কৰিলে পেহীয়েৰৰ শাহুৱেক শহুৰেকে তোৰ ভৰিয়ে ভাঙি থ'ব ৰহ।"

অৱশ্যে তাৰ পিছত আৰু এই একে দোষকে কৰি মানসে আইতাকৰ সেই পাণপতীয়া, গাল ঢকা চৰ খাবলগীয়া হোৱা নাই। কিন্তু আজি হঠাতে আহি পোৱা তাৰ ৰূপালী পেহীয়েকৰ আগত সি কেনেকৈ ওলাব লাজতে, তাকে ভাবি ভাবি সি ফুলৰ কৰণিটো গোসাঁইঘৰত থবলৈ গ'ল।

গোসাঁইঘৰৰ দুৱাৰখন খুলি মানসে অলপমান ভিতৰলৈ সোমাই গৈ দুৱাৰৰপৰা অলপ আঁতৰত ফুলৰ কৰণিটো থৈ দিলে। ঘৰখনৰ ভিতৰত গা নোধোৱাকৈ গোসাঁইঘৰত এনেদৰে সোমোৱাৰ অধিকাৰ তাৰ বাহিৰে আন কাৰো নাই। ককাকৰ কড়া নিৰ্দেশমতে গোসাঁইঘৰত যিয়ে সোমায় সিয়ে গা ধুইহে সোমাব লাগিব। ফুল তুলি আহি একমাত্ৰ মানসেই এনেকৈ গা নোধোৱাকৈ গোসাঁইঘৰত সোমাব পাৰে। গোসাঁইঘৰত সোমোৱাই নহয়, সময়ে সময়ে সি ককাকৰ দৰেই শালগ্ৰাম পূজা কৰাৰো অধিকাৰ পায়। কেতিয়াবা হাতত কটা-ছিঙা হৈ তেজ ওলালে সেইদিনা ককাকে শালগ্ৰাম পূজা নকৰে, মানসকে শিৱলিঙ্গটো ধুৱাই থৈ আহিবলৈ দিয়ে। সি তেতিয়া গা ধুই গামোচা এখন পোন্ধ মাৰি পিন্ধি লৈ পিতলৰ যগ এটাত পানী লৈ গোসাঁইঘৰলৈ যায়। বেৰত আওজাই থোৱা কুশৰ আসনখন পাৰি সি প্ৰথমতে ৰঙা আৰু বগা চন্দনৰ কাঠ দুডাল ঘূৰণীয়া শিলৰ পটাখনত ঘহি ঘহি চন্দন তুলি লয়। পনীয়া চন্দনখিনি যোৰা লাগি থকা ৰূপৰ সৰু বাটি দুটাত তুলি থয়। পিছত শিৱলিঙ্গটোৰ চৌপাশে পৰি থকা আগদিনাৰ বাহি ফুৰবোৰ গোটাই কাষৰ খিৰিকিখনেৰে বাহিৰলৈ পেলাই দিয়ে। যগটোৰ পৰা অলপ পানী ঢালি দি শিৱলিঙ্গটো সি ঘঁহি ঘঁহি ধুই দিয়ে। তাৰ পিছত গোটেইখিনি পানী শিৱলিঙ্গটোৰ ওপৰত ঢালি দিয়ে। কাষৰ খিৰিকি-খনৰ কাঠত ওলোমাই থোৱা সৰু ৰঙা বঙলা গামোচা এখন আনি শিৱলিঙ্গটো মচি দিয়ে। তাৰ পিছত চন্দনৰ বাটি দুটা আনি অনামিকা আঙুলিটোৰে শিৱলিঙ্গটোত কেইবাটাও ফোট দিয়ে। ফুলৰ কৰণিটো

ওচৰ চপাই আনি শিৱলিঙ্গটোৰ মূৰত আৰু কাষৰ অকণ বহল ঠাইখিনিত আৰু সন্মুখৰ দীঘল হৈ থকা অংশটোত এটা এটাকৈ ফুল দি ককাকে শিকোৱা "শিৱায়, বিষ্ণু ৰূপায়—" শ্লোকটো লাহে লাহে গাই যায়। শিৱলিঙ্গটো ফুলেৰে সজাই উঠি সি কাষৰ কাঠডালত ওলোমাই থোৱা সৰু আইনাখন নমাই আনি তাত চাই চাই ককাকৰ দৰে কপালত, ডিঙিত, বাহুত আৰু বুকুত চন্দনৰ ফোঁট লয়।

পূজা শেষ কৰি উঠি প্ৰথমতে সি শিৱলিঙ্গটোৰ ওচৰত দীঘলীয়াকৈ এটা সেৱা কৰে। তাৰ পিছত অলপ আঁতৰত থকা জগদ্ধাত্ৰী প্ৰতিমাটোৰ সন্মুখতো দীঘলীয়াকৈ এটা সেৱা কৰে। সেৱা কৰি উঠাৰ লগে লগে গোসাঁনীয়ে ভৰিখন থোৱা মাটিৰ ধুনীয়া পদুম ফুলটোৰ গাত আওজাই থোৱা নাৰিকলৰ কোৰোকাটোত চকু পৰে তাৰ। কোৰোকা-টোত থকা খুচৰা পইছাকেইটালৈ চাই সি দীঘল হুমুনিয়াহ এটা কাঢ়ি নেদেখা ভাও জোৰে। এইবোৰ পথযাত্ৰী বা দৰাই সেৱা কৰোতে তামোলপাণেৰে সৈতে দিয়া পইছা। বেছি হ'লে ককাকে তাৰে তাক তেল আনিবলৈ দিয়ে গোসাঁইলৈ। এবাৰ সি এই গোসাঁইৰ কোৰোকাটোৰ পৰা সিকি এটা নি মনে মনে খুব সযতনে লুকুৱাই ৰাখিছিল। পিছদিনা সি সেইটো নি জগে মহাজনৰ দোকানৰপৰা তিনি অনাৰ তিনিখন চেনী দিয়া ভেনাচ বিস্কুট, আৰু এক অনাৰ পাঁচটা নাৰিকলৰ লজন কিনি আনি অকলে খাব। ককায়েক অৰ্পণে প্ৰায়ে তেনেকৈ আনি অকলে খায়, সি খুজিলেও নিদিয়ে তাক। কিছু পিছতে মনত পৰিল তাৰ ককাকে কৈছিল পইছা হেনো লক্ষ্মী গোসাঁনী। একো পইছাই চোৰ কৰিব নাপায়। গোসাঁইৰ পইছা চোৰ কৰিলে গোসাঁয়ে ডিঙিত টিপি পাৰ চৰাই মোচৰা দি মাৰি পেলায়। সেইদিনা ৰাতি সি সপোনতে দেখিলে গোসাঁনীজনী বহি থকা দীঘল কেশৰ থকা মুখ মেলা সিংহটোৱে তাক খাবলৈ পিছে পিছে খেদিছে আৰু সি হাতৰ মুঠিত সিকিটো লৈ প্ৰাণটাকি দৌৰিছে। এবাৰ সি উজুটি খাই হামগুৰি খাই মাটিত পৰি গ'ল আৰু সিকিটো হাতৰ মুঠিৰপৰা ছিটিকি দূৰৈত

পৰিলগৈ। সিংহটোৱে তাক খাই পেলাব বুলি খুব চিঞৰিব ধৰিলে। সিংহটোৱে কিন্তু তাক নাখাই ওচৰতে পৰি থকা সিকিটো মুখেৰে বুটলি আনি কাষতে থকা গোসাঁনীজনীক দি দিলে। ৰঙা শাৰী পিন্ধা গোসাঁনীজনীয়ে তিনিওটা চকু পকাই তাক ঢমকি দি ক'লে, "বদমাচ। মোৰ পইছা চোৰ কৰ! আগলৈ যদি তই আৰু কাৰোবাৰ পইছা চোৰ কৰ তেনেহ'লে এই সিংহটোৰে খুৱাই পেলাম তোক। হো ল, যেনেকৈ আনিছিলি তেনেকৈ থৈ আহিবি সিকিটো।" কথাখিনি কৈ গোসাঁনীজনী তাৰ ওচৰৰপৰা নোহোৱা হৈ গ'ল। ভয়তে সি থকৃথকৃকৈ কঁপিছিল, বোধ হয় গেঙাইছিলো। কাষতে শুই থকা মাকে তাক জগাই দি সুধিলে, "কি হৈছে অ' মানু? কিবা বেয়া সপোন দেখিছ?" সি 'অ' বুলি কৈ মাকৰ গাটোত হাত এখন দি পুনৰ টোপনি যাবলৈ যত্ন কৰিলে। মাকক সি সপোনটোৰ কথা ক'ব নোৱাৰিলে। ক'লে আকৌ এই অপৰাধৰ বাবে মাকে তাক গালিকে পাৰে নে মাৰেই।

পিছদিনা সি ককাকৰ বাবে ফুল তোলাৰ আগতে গা ধুই ল'লে। আলনাত ওলোমাই থোৱা কাপোৰৰ মোনাখনৰপৰা সিকিটো উলিয়াই পিন্ধা গামোচাখনৰ খোচনাত মেৰিয়াই লৈ ফুল তোলা হোৱাত সিকিটো উলিয়াই কোৰোকাটোত থ'লে। তাৰ পিছত এটা দীঘলকৈ সেৱা কৰি মুখেৰে ক'লে, "মই আৰু কোনোদিনে কাৰো পইছা চুৰি নকৰো। দেউতাৰ চোলাৰ জেপৰ পৰাও নকৰো। কিবা খাবলৈ মন গ'লে মই ককা বা দেউতাক খুজি পইছা নি খাম। তুমি দোষ নধৰিবা গোসাঁনী, আৰু তোমাৰ সিংহটোকো পঠিয়াই নিদিবা। তালৈ মোৰ বৰ ভয় লাগে, সি মোক খাই পেলাব।"

গোসাঁই-গোসাঁনী, দেৱ-দেৱীৰ প্ৰতি ককাকৰ ইমান অপৰিসীম শ্ৰদ্ধা—মানসে ভাবি আচৰিত হৈ যায়। ককাকে মানসহঁতক এনেয়ে বৰ বেছি ফুৰা-চকা কৰিবই নিদিয়ে। কিন্তু পূজা, সভা, ভঠেলি আদিত যাব খুজিলে হকা-বধাতো নকৰেই বৰং নিজে লগত লৈহে যায়। নিলেও প্ৰথমতে গোসাঁনীৰ আগত সেৱা কৰি কৌট, নিৰ্মালি ল'ব

লাগিব, তাৰ পিছতহে বেলুন, হুইচেল, ঝুনঝুনিয়া যি কিনে কিনিব পাৰিব। ককাকে লগত গ'লে পূজাথলীত ওলোৱা ভজা-পোৰা বস্তু একোৱেই খাব নিদিয়ে। আহিবৰ সময়ত ককাকে সদায় হয় ভাজি থকা জিলাপী এক সেৰ, নহয় জিলাপী, খুৰ্মা, বাতাচা সকলোবোৰ মিলাই এক সেৰ আনি আইতাকৰ হাতত দিবহি। আইতাকে সেইখিনি সকলোকে ভগাই দিব। মানসহঁতৰ গোমুখী গাঁৱত সাধাৰণতে লক্ষ্মী পূজা, কালী পূজা, মনসা পূজা, সৰস্বতী পূজা আদি বছৰি ৰাজহুৱাকৈ পাতে। গাঁৱৰ সভা আৰু ভঠেলিও বছৰেকত এবাৰকৈ হয়। গাঁৱত বসন্ত আদি ওলালে কেতিয়াবা কাচিৎ শীতলা পূজাও পাতে। সিহঁতৰ গাঁৱত দুৰ্গাপূজা নহয়। ককাকে তাক এদিন বুজাই কৈছিল, দুৰ্গাপূজা কেইবাদিনো কৰিবলগীয়া পূজা বাবে বৰ ডাঙৰ পূজা হয়। ওচৰৰে বিশ্বেশ্বৰত দেৱীৰ পীঠস্থান আছে বাবে মৌজাখনৰ আটাইকেইখন গাঁৱৰ মানুহে তাত লগলাগি পূজা কৰে। সেই তিনি-চাৰিদিন মানসহঁতে বিভিন্নজনৰ লগত, নতুন কাপোৰ-কানি পিন্ধি পূজা চাবলৈ যায়। সিহঁতৰ দৰেই হাজাৰ হাজাৰ মানুহেৰে বিশ্বেশ্বৰ ভৰি পৰে। মানসহঁতে পূজা চায় বেলশৰৰ বিশ্বেশ্বৰত, কিন্তু বিজয়া দশমীৰ দেৱী বিসৰ্জন দিয়া চাবলৈ যাবলগীয়া হয় দুমাইল দূৰৈৰ বুঢ়াদিয়া নদীৰ পাৰৰ সাহপুৰলৈ। ককাকে কিন্তু সিহঁতক তালৈকে যাব নিদিয়ে। কাৰণ তাত হেনো ইমান মানুহ হয় যে ভীৰত সৰু ল'ৰা-ছোৱালীতো হেৰাইয়ে আনকি গচকত হেনো মৰেও।

পূজা বুলিলে মানসৰ নিজৰ ঘৰত বছৰি পতা জগদ্ধাত্ৰী পূজাখনৰ কথাহে বেছিকৈ মনলৈ আহে। কাতি মাহৰ শেষত বা আঘোণৰ প্ৰথম ভাগত হয় সিহঁতৰ পূজাখন। পূজালৈ বিশদিনমান থাকোতে ৰণি কাৰিকৰ প্ৰতিমা সজাবলৈ সিহঁতৰ ঘৰলৈ থকাকৈ আহি যায়। সেইকেইদিন সি ৰণি কাৰিকৰৰ গাৰ ছাঁটোৰ দৰে হৈ থাকি তেওঁৰ কামবোৰ মুগ্ধ হৈ চাই থাকে। মাজে মাজে তাৰ ৰণি কাৰিকৰক কিবা অপৰিসীম শক্তিৰ দেৱতা যেন ভাব হয়। খেৰ, বোকা, মাটি, ৰং-তুলিকাৰে তাৰ

মাক, আইতাক বা ৰূপালী পেহীয়েকতকৈও বেছি ধুনীয়াকৈ গোসাঁনী-জনীতো সাজেই, সিংহটোও আচল সিংহৰ দৰেই সাজি পেলায়। পূজাৰ দিনা চাকি আৰু পাম্প দিয়া লাইটৰ পোহৰত গোটেই গোসাঁনীজনীয়ে জিকমিকাই থাকে। গোসাঁনীজনীয়ে যেন সকলোকে মাতি নি গাল-মুখ পিহি মৰম কৰিহে দিব।

পূজাৰ দিনা ৰাতিপুৱাই গা ধুই মানসইঁতেও দেউতাক, ককাকৰ দৰেই, আইতাকে বৈ দিয়া 'মাচৰাজ' সূতাৰ ধুতি পোন্ধ মাৰি পিন্ধে। সেইদিনা মানসৰ বাবে থকা আটাইতকৈ গুৰুত্বপূৰ্ণ কামটো হ'ল সূৰ্যৰপৰা জুই অনা। ককাকে ধান খেৰৰ এটা জুমুঠি সজাই ডাঙৰ ফালটোত খোল এটা বনাই তাতে ছাল খেৰৰ মূৰমূৰীয়া কুটা অলপমান দি দিয়ে। বাৰীৰফালে মুকলি ঠাইত বহি, সেই কুটাৰ ওপৰত ঘূৰণীয়া আতচী আইনাখন তাক ধৰি থাকিব দিয়ে। আইনাখন ধৰি থকাৰ এটা ডাঙৰ কিটিপ আছে। জুমুঠিটোৰপৰা অলপ ওপৰত বেঁকাকৈ ধৰি থকা আইনাখনৰ মাজেৰে অহা ৰ'দখিনি সেই কুটাখিনিৰ ওপৰত এনেভাৱে পেলাব লাগিব যাতে পোহৰখিনি আলপিন এটাৰ মূৰটোৰ সমান হৈ পৰে। হাতখন অকণ লৰচৰ কৰিলেই সেই পোহৰৰ বিন্দুটো ডাঙৰ হৈ যাব আৰু তেতিয়া কুটাখিনি নজ্বলিব। বিন্দুটো কিছুসময় তেনেকৈ ধৰি থাকিলে শুকান খেৰ কুটাখিনিৰপৰা অলপ-অলপকৈ ধোঁৱা ওলাব ধৰে। কিছু সময়ৰ পিছত কুটাখিনি পুৰি ধান খেৰৰ জুমুঠিটোত জুই লাগে। এনেদৰে সূৰ্যৰ পৰা অনা জুইৰে পূজাৰ দিনা দুপৰীয়া ককাকে গোসাঁই ঘৰত থকা হোমকুণ্ডটোত হোম পোৰে।

পূজাৰ দিনাই নহয়, ককাকে বছৰটোত কেবাদিনো এনেকৈ হোম পোৰে গোসাঁই ঘৰত। বিশেষকৈ মাঘৰ বিহুৰ দিনা হেনো তেনেকৈ জুইক পূজা কৰে। হোম পুৰিবৰ দিনা মানসইঁতৰ ঘৰখনৰ গোটেই চৌহদটোৱে ঘিঁ, চাউল, তিল পোৰা ধোঁৱাৰ মিঠা মিঠা গোন্ধেৰে উপচি থাকে। ককাকে কিয় তেনেকৈ জুই ধৰি ইমান ভাল ভাল বস্তুবোৰ পুৰি পেলায় মানসে এদিন দেউতাকক সুধিছিল। মানসৰ

দেউতাকে কৈছিল, হোম পুৰিলে হেনো পৰিবেশ ভালে থাকে, বেমাৰৰ বীজাণু, বিষাক্ত গেচ মানুহক অনিষ্ট কৰিব নোৱাৰে। মনলৈ পবিত্ৰ ভাব আহে। দেউতাকে আৰু কৈছিল গীতা নে কি এখন কিতাপত বোলে ভগৱানে নিজে কৈছে, হোমৰ ধোঁৱাই হেনো আকাশত মেঘ জমা হোৱাত সহায় কৰে, মেঘৰপৰা বৰষুণ হয়, বৰষুণ হ'লে খেতি-বাতি হয়, সেই খেতিৰ ফল, শস্য আদি খাই মানুহ, জীৱ-জন্তু আদি জীয়াই থাকে। আকৌ কিবা বিজ্ঞানেও বোলে কয়, হোমৰ ধোঁৱাই বায়ুমণ্ডলৰ ওপৰত হেনো কিবা প্ৰলেপ এটা দিয়ে, যিহৰ বাবে সূৰ্যৰপৰা অহা বেয়া ক্ষতিকাৰক ৰশ্মিবোৰে পৃথিৱীৰ গছ-গছনি মানুহ আদিৰ অনিষ্ট কৰিব নোৱাৰে। সেয়েহে পৃথিৱীৰ পৰিবেশ মুক্ত কৰি ৰখাত এই হোমে যথেষ্ট সহায় কৰে।

পূজা-হোমৰপৰা ইমান ডাঙৰ কাম হয় বুলি জনাৰ পিছৰেপৰা মানসে নিজৰ ঘৰৰ জগদ্ধাত্ৰী পূজাখনৰ প্ৰতি যথেষ্ট আগ্ৰহী হৈ পৰিছে। পূজাৰ দিনাখন শিশু মানসৰ যথেষ্ট কষ্টই হয়। সেই দিনা গোটেই দিনটোৱে ঘৰখনৰ লগতে সিও লঘোণে থাকিবলগীয়া হয়। পুৰোহিতে নিৰ্দেশ দিলেই সিহঁত আটায়ে আহি মন্দিৰৰ সন্মুখত হাত যোৰকৈ থিয় হয়হি। পূজা কৰি থকা ককাকেও মন্দিৰৰপৰা ওলাই আহি সিহঁতৰ লগত থিয় হয়হি। মুখেৰে মন্ত্ৰ মাতি মাতি এসময়ত তেওঁ খোজ লয়। তেওঁৰ পিছত দেউতাক, তাৰ পিছত খুৰাক—এনেকৈ আটায়ে শাৰী পাতি লাহে লাহে খোজ কাঢ়ি কাঢ়ি গোঁসাই ঘৰটোৰ চৌপাশে এপাক ঘূৰি প্ৰদক্ষিণ কৰি আহে। ককাকহঁতৰ দৰে মানসেও গোসাঁইঘৰৰ সন্মুখৰ মুকলি ঠাইখিনিত প্ৰথমতে আঠুকাঢ়ি, তাৰ পিছত পেট আৰু বুকু পেলাই হাত দুখন আগলৈ মেলি দি সাষ্টাঙ্গে প্ৰণাম কৰে। এনেদৰে দিনটোত তিনিবাৰ পূজা হৈ যোৱাৰ পিছত তিনিবাৰ প্ৰদক্ষিণ কৰি সেৱা কৰিব লাগে। গধূলি নিৰ্মালি আদি লোৱাৰ পিছত সিহঁতে গঞা ৰাইজৰ সৈতে খিচুৰী ভোগ খায়। ভোগ খোৱাৰ সময়ত বিৰাট হুলস্থুল এখন লাগি পৰে। দুপৰীয়াৰপৰাই গাঁৱৰ সৰহ ভাগ

মান্নুহেই উঠি আছে পূজা চোৱাৰ লগতে ওজাপালি শুনিবলৈ। মহাদেৱৰ বিয়াৰ কাহিনীটো শুনাই ওজাপালিয়ে মান্নুহক এক অন্য আমোদ দিয়ে। ওজাপালি শুনিবলৈ অহা বুঢ়া-মেথাসকলৰ লগত অহা সৰু সৰু ল'ৰা-ছোৱালীবোৰে ভোগ খোৱাৰ সময়ত হুলস্থুল লগাই দিয়ে দুইখন চোতালতে—কোনোবাই পাত পোৱা নাই, কোনোবাই বহাৰ আসন পোৱা নাই, কোনোবাই পানী পোৱা নাই···। বছৰেকৰ মূৰত মাথোঁ এদিনৰ বাবে অহা সেই দিনটোত মানসহঁতৰ ঘৰখনে এক বেলেগ ৰূপ লৈ উঠে। মানসৰ ভাব হয়, সিহঁতৰ ঘৰখন প্ৰত্যেক দিনেনো এনেকুৱা আনন্দ, ফুৰ্তি, হুলস্থুলৰে ভৰি নাথাকে কিয়? কিমান ভাল লাগিলহেঁতেন তেতিয়া! পিছ মুহূৰ্ততে সি আকৌ ভাবে, নাই প্ৰত্যেক-দিনে এনেদৰে আনন্দমুখৰ হৈ থাকিব লাগিলে যে প্ৰত্যেক দিনেই লঘোণে থাকিব লাগিব। দিনে তিনি-চাৰি সাজকৈ ভাত খোৱা ল'ৰাজনে প্ৰত্যেক দিনে তেনেদৰে লঘোণে থাকিব লাগিলে দেখোন সি মৰিয়ে যাব।

সেইদিনা বদমাচী কৰি পেহীয়েকক অনাৰ পিছত আজি প্ৰথমবাৰ সি পেহীয়েকৰ আগত ওলাবলৈ বৰ লাজ পাইছে। পেহীয়েকৰ আগত ওলালেই সেই আগৰ কথাটোৰ কাৰণে সি আৰু বেছিকৈ লাজ পাব। সেই সংকোচতে সি দেৱদাৰু জোপাৰ তলত থকা শিল দুটাত অকলে বহি বহি কথাবোৰ ভাবি আছিল। হঠাতে এবাৰ পিছফালে উভতি চাই দেখিলে, ককাকে ৰঙা ধুতিখন পিন্ধি গোসাঁইঘৰলৈ পূজা কৰিবলৈ আহিছে। তেওঁ মানসক দেখি ক'লে, "হেৰৌ মান্নু, তই ইয়াত বহি আছ কিয় অ' এনেদৰে? যা, গা ধোগৈ যা। মোৰ লগত ভাত খাব লাগিব নহয়। পেহীয়েৰেও দেখোন তোক বিচাৰি আছে।"

মানসে হাতৰ কাষতে থকা বনগুটিৰ দীঘলীয়া বন এডাল উভালি লৈ দাঁতেৰে চোবাই আমনজিমনকৈ ভিতৰ চোতাললৈ সোমাই গ'ল।

## ॥ ছয় ॥

ফুল, পূজা-পাতল, হোম, বিভিন্ন কৰ্মাদিৰে মানসহঁতৰ ঘৰখনত যেনেকুৱা এটা ধৰ্মীয় পৰিবেশ আছে তাতোকৈও সুন্দৰ পৰিবেশ এটা আছে পঢ়া-শুনা বা বিদ্যা-চৰ্চাৰ কাৰণে। ৰাতিপুৱা চাহ-পানী খাই উঠাৰ পিছতে ঘৰখনৰ মূলমানুহ ভাগৱতককাকে কাঠৰ চাং-বঙলাটোৰ বাৰাণ্ডাত বহি ঠেগাখনত সাঁচিপাতৰ পুথি মেলি বেলা এপৰলৈকে খুব মনোযোগেৰে পঢ়ি থাকে। মাজে মাজে চিয়াঁহিৰ দোৱাত আৰু হেণ্ডেলেৰে কিবাকিবি লিখিও থাকে। ৰাতিপুৱা গধূলি বায়েক-ককায়েকহঁতে কেতিয়াবা খেলা পাৰি অথবা কেতিয়াবা বিছনাতে বহি পঢ়ি থাকে। মানসৰ দেউতাকে নলবাৰীৰ কলেজত "প্ৰফেছাৰ" চাকৰি কৰে। দেউতাকে কেতিয়াবাহে নলবাৰীৰ ঘৰটোত থাকে। সৰহ ভাগেই তেওঁ চাইকেল মাৰি গোমতী গাঁৱৰ ঘৰৰপৰা অহা-যোৱা কৰে। আজি কিছু দিন আগৰেপৰা তেওঁ কিবা ৰাজহুৱা কামত চিলং, গুৱাহাটীলৈ প্ৰায়ে অহা-যোৱা কৰি আছে। বেছি ভাগেই তেওঁ মানসহঁত শুই পৰাৰ পিছতহে নিশা ঘৰ সোমায়হি। যিদিনা সোনকালে ঘৰ সোমায়হি সিদিনা তেওঁৰ কোঠাৰ টেবুলখনত টেবুল লেম্পটো লৈ বহুত কিবাকিবি লিখি থকা দেখে মানসে। সেই লিখাবোৰ হেনো কিবা বাতৰি কাগজ, আলোচনী, ৰেডিঅ' আদিত ওলাই থাকে। আইতাকে মানসক গধূলি অথবা নিশা শুবৰ সময়তো কিতাপত থকা উপদেশমূলক নানান সাধুকথা কয়। ককাকৰপৰা আৰম্ভ কৰি বায়েকলৈকে প্ৰত্যেকেই তাক পঢ়াৰ বাবে অনুৰোধ কৰে, উপদেশ দিয়ে, গালি পাৰে, সৰহভাগ ক্ষেত্ৰত মাৰধৰেই কৰে। কিন্তু মানসৰ মন পঢ়াৰ প্ৰতি একোতে আগ নাবাঢ়ে। বৰং সি নপঢ়ো বুলি বেছি জেদী হৈহে উঠে।

এনেদৰে জিদ্ ধৰি উঠাৰ কাৰণো নথকা নহয়। এদিন বায়েক

সমতাই স্কুলৰপৰা 'লেজাৰত' ভাত খাবলৈ আহি উভতি যাওঁতে মানসকো লগত লৈ গ'ল স্কুললৈ। বায়েকে অৱশ্যে মাকৰ কথামতেই তাক তেনেদৰে লৈ গৈছিল। মাকে ককায়েক অৰ্পণক কেবাদিনো কৈছিল, "বোলো তাকো লৈ যাচোন। অন্ততঃ স্কুল কি বস্তু দেখক, স্কুললৈ যোৱাৰ আগ্ৰহটো হওঁক।" অৰ্পণে সদায় ভেকাহি মাৰি মাকক উত্তৰ দিছিল, "নোৱাৰো যা সেই গোৱাৰভালক মোৰ লগত নিবলৈ। অকলে যাব দিবি, আমাক কিবা কোনোবাই লগত লৈ গৈছিলনেকি স্কুললৈ?" ককায়েকৰ সেই খেঙ্‌খেঙীয়া উত্তৰ শুনি মানসেও ঠিক কৰিছিল তাৰ লগত কোনোদিনে স্কুললৈ নাযাওঁ বুলি।

বায়েক সমতাই তাক নিজে কাপোৰ-কানি পিন্ধাই মুৰ আঁচুৰি দিয়াত সিও আনন্দত উত্ৰাৱল হৈ স্কুললৈ গ'ল। বায়েকৰ কাষত বহি সি অন্যান্য ল'ৰা-ছোৱালীবোৰক চাই থাকিল। তাৰপিনেও সিহঁতে অলপ আচৰিত হৈ চাই ভাবিছে, "ই সৰু ল'ৰাটো আকৌ কিয় আহিছে।" ইতিমধ্যে বায়েক সমতাই কেবাজনকো কৈছেই, "তাক স্কুল দেখুৱাবলৈ আনিছোঁ।" অলপ পিছতে চশমা পিন্ধা ওখ বুঢ়া মাষ্টৰজনে হাতত এডাল দীঘল এছাৰি লৈ কোঠাটোত সোমোৱাৰ লগে লগে সমতা বায়েক আৰু আটাইবোৰ ল'ৰা-ছোৱালীয়ে থিয় হৈ কপালত আঙুলিকেইটা লগাই চালাম দিলে। বুঢ়া মাষ্টৰে চকীখনত বহি হাতৰ এছাৰি ডালেৰে টেবুলত জোৰকৈ কোব এটা মাৰি ল'ৰা-ছোৱালীবোৰক বহিব দিলে। ভৰি দুখন বহা চকীখনত তুলি লৈ কিতাপ এখন মেলি লৈ কিবাকিবি পঢ়ি পঢ়ি বুজাই যাব ধৰিলে। মানসে ভাবিলে, মাষ্টৰ মানেই চকুত চশমা, গাত হলৌ চোলা, চুৰিয়া আৰু হাতত এডাল এছাৰি থাকিবই। বেৰ নথকা স্কুলঘৰটোৰ সিফালৰ শ্ৰেণীটোত ধুনীয়া বগা কাপোৰ পিন্ধা 'হেডমাষ্টৰে' কেইজনমান ল'ৰাক বাৰাণ্ডাত কাণত ধৰাই আঁঠু কঢ়াই থৈছে। কেই-জনমানক বেঞ্চৰ ওপৰত এখন ভৰি দাঙি থিয় হৈ থাকিবলৈ দিছে। বাকী কেইজনক দাঁত কৰচি কৰচি ওচৰলৈ মাতি আনি বেৰৰ কামিৰ দৰে এছাৰি এডালেৰে চাটপ্‌ চাটপ্‌কৈ হাতত খুব কোবাইছে। কোব

খোৱা ল'ৰা-ছোৱালী আটাইকেইটাই উচুপি উচুপি কান্দি কান্দি চকুপানী মচিছে। সিটো শ্ৰেণীত ঘটি থকা এইবোৰ দেখি মানসৰ ভিতৰি ভিতৰি ভয় লাগিছিল যদিও তাৰ সন্মুখত থকা বুঢ়া মাষ্টৰে শুই শুই পঢ়াই থকা বাবে তেনেকুৱাকৈ নামাৰে বুলি বিশ্বাস ৰাখিছিল সি।

কিছুসময়ৰ পিছত বুঢ়া মাষ্টৰে ক'ব ধৰিলে, "আটায়ে লিখি যা। কামৰূপৰ চাৰিসীমা হ'ল, উত্তৰে ভুটান পাহাৰ, দক্ষিণে গাৰো পাহাৰ, খাচিয়া জয়ন্তীয়া পাহাৰ···।" কথাখিনি শুনাৰ পিছতে মানসৰ খঙে মূৰৰ চুলি পালেগৈ। ঘৰত তাক সকলোৱে গাৰো, খাচিয়া, ভুটীয়া বুলি জোকায়। মানসে ভাবিলে স্কুললৈ অহা বাবে বেয়া পাই বুঢ়া মাষ্টৰে তাকে জোকাইছে। সি খঙতে কান্দি কান্দি বুঢ়া মাষ্টৰক গালি ধৰিলে, "হুতচিৰি যোৱা মাষ্টৰ, অসভ্য মাষ্টৰ, মোক জোকাবলৈ আহিছ। নপঢ়ো যা তোৰ স্কুলত।"

বায়েক সমতাই বাৰে বাৰে তাক বুজাবলৈ যত্ন কৰিলে, "ধেৎ মামু। ছাৰে তোক জোকোৱা নাই নহয়, আমাক ভূগোলহে পঢ়াইছে।"

বুঢ়া মাষ্টৰে চশমাৰ ওপৰেদি পেন্দোৱাকৈ চাই সমতাক সুধিলে, "কি হ'ল অ' তাৰ, কিয় গালি পাৰিছে সি মোক ?"

সমতাই ভয়ে ভয়ে উত্তৰ দিলে, "তাক ছাৰ, ঘৰত সকলোৱে গাৰো, খাচিয়া বুলি জোকায়। সেই কাৰণে আপুনিও তাক জোকোৱা বুলি ভাবি কান্দিছে।" তাৰ পিছত তাই ফ্ৰকটোৰ আগটোৰে মানসৰ চকুপানীখিনি মচি দি ক'লে, "মামু ছাৰে বেয়া পাব, তই নাকান্দিবিচোন।"

বুঢ়া মাষ্টৰেও তাক উদ্দেশ্য কৰি ক'লে, "তোক জোকোৱা নাই নহয়, মই পঢ়াইছোহে।"

"পঢ়াইছেঁহে।" মানসে নিৰ্ভয়ে ক'লে, "পঢ়ালে মোক ঘৰত জোকোৱা কথাৰে পঢ়ায় নেকি ? ৰহচোন, মই এতিয়াই গৈ দেউতাক কৈ দিম। দেউতাই তোক মজাপালি দিব ৰহ।" কথাখিনি কৈ সি বায়েকৰ ওচৰৰপৰা উঠি চৌচোৱাই ঘৰলৈ গুচি আহিল। সেইদিন ধৰি সি

আৰু সেইখন স্কুললৈ নাযাওঁ বুলি শপত খালে। ককাক, আইতাক, দেউতাকৰ বুজনি, ধমকনি একোকে সি ভয় নকৰিলে। কোনোৱে আৰু তাক সেই স্কুললৈ দ্বিতীয় দিন পঠিয়াব নোৱাৰিলে। সেইদিন ধৰি তাৰ মনত এটা দৃঢ় ধাৰণা হ'ল যে, এই স্কুলবোৰ সৰু সৰু ল'ৰা-ছোৱালীক মাৰধৰ কৰি, কাণত ধৰি আঠুকাঢ়ি থাকিব দি অথবা জোকাইমেলি শাস্তি দিয়া ঠাইহে। তাত মৰম-আদৰ বোলা বস্তু নাথাকে। গতিকে সেই ঠাইলৈও কোনোবা যায়নে ?

দেউতাকে দুবাৰো দুজন 'টিউচন মাষ্টৰ' ধৰি দিলে বায়েকহঁতৰ লগতে তাকো পঢ়ুৱাবলৈ। সেই দুজনেও তাক দুটা দুটা সুৰত কথা কয়, মৰম কৰি একোকে নকয়। মাজে মাজে দুই-এটা মাৰধৰো কৰে। অৱশেষত দেউতাকে আনিলে প্ৰশান্ত মাষ্টৰক। মাষ্টৰজনৰ নামহে প্ৰশান্ত, মানুহ-জন হ'ল মহা অশান্ত। কথাই কথাই কোব দিয়ে। মানসে মনতে ধাৰণা কৰি ল'লে, এই মাষ্টৰ মানুহবোৰ এনেকুৱাই, মৰমেৰে একো কথাই ক'ব নেজানে। ইহঁতে যে কথাই কথাই সৰু ল'ৰা-ছোৱালীবোৰক মাৰে ইহঁতকো ওলোটাই মাৰিবহে লাগে। পৰা হ'লে সি মাৰিলেই-হেঁতেন। পিছে সি যে বলে নোৱাৰে।

সেইদিনা খুব গৰম আছিল বাবে প্ৰশান্ত মাষ্টৰে বায়েক-ককায়েকৰ সৈতে মানসকো ভিতৰৰ ফালৰ কেঁচা শালঘৰটোত পঢ়ুৱাবলৈ নিছিল। প্ৰশান্ত মাষ্টৰে অনেক সময় ধৰি যতন কৰিও তাক 'খ' আখৰটো লিখাব নোৱাৰি খঙতে তাক কোব এটা মাৰিছিল। মানসে সিদিনা কোবটোত সিমান এটা দুখ পোৱা নাছিল। কিন্তু আগদিনাও প্ৰশান্তই তাক ধমকি দি তিনিটা কোব মাৰিছিল। মানসৰ মনে মনে বৰ খং উঠিল, "ইতো মোৰ দেউতা, ককা বা দাদাও নহয় যে ই সদায় এনেকৈ মোক মাৰি থাকিব। ইয়াক কিবা এটা শিক্ষা দিব লাগিব।" প্ৰশান্তই তাক মাৰি উঠি অৰ্পণ আৰু সমতাৰ পিনে মনোযোগ দি আছিল।

মানসে মনতে ভাবিলে, "এই খঙাল মাষ্টৰক নিজে মাৰিলে ই

আকৌ বেছিকৈহে মাৰিব। গতিকে কিবা বেলেগ কায়দাৰে ইয়াৰ ওপৰত এই সদায় মাৰি থকাৰ প্ৰতিশোধ ল'ব পাৰিলে ভাল আছিল।" মানসৰ ওচৰতে থকা বাঁহৰ খুঁটাটোত সি ভৰিখন এনেয়ে তুলি দিছিল। ওপৰৰ পিনে মাৰলিত গাঁঠি নথকা খুঁটাটো তাৰ ভৰিৰ হেঁচাত অলপ হুহকি গ'ল। খুঁটাটোৰ গুৰিটোলৈকে চালে সি। উঁয়ে খাই প্ৰায় শেষ কৰিয়ে পেলাইছে। মানসে পৰে যদি পৰক বুলি খুঁটাটোত এনেয়ে জোৰেৰে গোৰ এটা মাৰি দিলে। অকণমানত লাগি থকা খুঁটাটোৰ গুৰিতো ছিগি গৈ ওপৰৰ মাৰালৰপৰা পিছলি আহি ধমকৈ প্ৰশান্ত মাষ্টাৰৰ মূৰতে পৰিল। মানসে অঁকৰাৰ দৰে প্ৰশান্ত মাষ্টৰৰ মুখলৈ চাই থাকিল। খুঁটাটো পৰি প্ৰশান্তই মূৰত বেচ আঘাত পালে। মূৰটো লগে লগে ফুলি উঠিল। কেনেকৈ কি হ'ল কোনোৱে একো উমানকে নাপালে। মাক আৰু আইতাকে তেল-পানী দি বিছনীৰে বিচি দিয়াত অলপ ভাল পাই সি ঘৰলৈ গ'লগৈ। সেই যে গ'ল আজি পৰ্যন্ত আৰু প্ৰশান্ত মাষ্টৰে এইখন ঘৰলৈ অহা নাই। এজন মাষ্টৰক শাস্তি দিব পৰাত মনে মনে গৌৰৱবোধ হলেও মানসে এই কথা কিন্তু মাৰ খোৱাৰ ভয়ত কাকো কোৱা নাছিল। সি ভাবি আছিল যে কামটো সি ইমান নিপুণতাৰে কৰিছে যে কোনোৱে গমেই নাপালে কামটো যে সিয়ে কৰিছিল। কিন্তু কেইদিনমান পিছত অন্য এটা ঘটনাৰ যোগেদিহে মানসে জানিব পাৰিছিল যে প্ৰকৃততে সেইদিনাৰ সেই ঘটনাটো সকলোৱে জানিব পাৰিছে সিয়েই কৰা বুলি।

সেইদিনা কলেজ বন্ধ আছিল বাবে দেউতাকে তাক গা ধুবলৈ সাজু হ'বলৈ কৈ বাৰীৰ ফালে গ'ল। মানসে কেইঘণ্টামান আগতে গা ধুইছিলেইহঁ। দেউতাকৰ লগত গা ধুবলৈ তাৰ বৰ ইচ্ছা নাই। কাৰণ দেউতাকে চাবোনেৰে জোৰে জোৰে ঘঁহি ঘঁহি গা ধোৱাব। অনিচ্ছা সত্বেও সি কাপোৰ খুলি গা ধুব ওলাল। সেইদিনা .অন্য দিনাতকৈ সোনকালে বাৰীৰপৰা উভতি আহি দেউতাকে দেখোন তৰ্জন-গৰ্জনখন লগালে, "মানু। ঐ মানু। ক'ত মৰিলি গৈ?"

মানসে একো বুজিব নোৱাৰি ভয়ে ভয়ে কোঠৰ পৰা বাহিৰলৈ ওলাই আহিল। দেউতাকে তাক দেখা পায়ে বাওঁহাতেৰে তাৰ বাউসিত ধৰি দাঙি আনি সোঁহাতেৰে পিঠিত প্ৰচণ্ড জোৰেৰে চাপৰ দুটা মাৰি দাঁত কৰচি ক'লে, "নৰাধম। পঢ়িব ক'লে নানানটা চেলু উলিয়াই পলাই ফুৰিবি আৰু এইবোৰ উৎপাত কৰি ফুৰিবি।" দেউতাকৰ চাপৰত মানসৰ পিঠি চেংচেঙাই গৈছিল। ঘামি থকা পিঠিত থাপৰ পৰি পিঠিখন ফাটি গৈছিল। যন্ত্ৰণা আৰু ভয়ত সি আৰ্তস্বৰে চিএৰিছিল, কোনোবাই তাক নিয়ে যদি দেউতাকৰ হাতৰপৰা কাঢ়ি নি ৰক্ষা কৰক বুলি। মানসৰ এই চিৎকাৰ আৰু দেউতাকৰ তৰ্জন-গৰ্জন শুনি মানসৰ মাকে ৰান্ধনি-ঘৰৰ খিৰিকিৰেই সুধিলে, "এই ভৰ দুপৰীয়াখন কিহে পালে আপোনাক? তাক মাৰিছে কিয় এনেদৰে?"

দেউতাকে হাত দাঙি দাঙিয়ে ক'লে, "নামাৰিম। ই বদমাচে যোৱাকালি বৰ আমডালৰ গুৰিত বহি বহি গাড়ীৰ বাঁহ কাটিছিল নে নাই? সেই বাঁহ কাটোতে, মই ইমান কষ্ট কৰি আনি ৰোৱা গোন্ধ পাণডাল কাটি পেলাইছে তোমাৰ গুণৰ মাণিকে। চোৱাগৈচোন ইমান সুন্দৰকৈ বগাবলৈ লোৱা পাণডাল লেৰেলি কেনেকৈ মুজুৰি গৈছে।"

কথাখিনি শুনি মাকেও দেউতাকৰ কথাতে হয়ভৰ দি ক'লে, "মাৰক"। আৰু কেইথাপৰ মান ভালকৈ দিয়ক। স্কুললৈ নাযাব, ঘৰতো নপঢ়িব। সিদিনাতো খুঁটাৰে মাৰি প্ৰশান্তৰ মূৰটোকে দুফাল কৰিব খুজিছিল। মধুৰী-আমৰ আগ পাতলৈকে বগাব পাৰে, 'ক'-টো লিখিব দিলেহে নোৱাৰে। ক'ৰ সাতপথলিৰপৰা কিমান কষ্ট কৰি অনা পাণডাল কাটিলে গুৰিতে জহনীত যোৱাই।"

দেউতাকে তাক টিকাত আৰু এটা থাপৰ মাৰি আঁতৰাই দি ক'লে, "যা, ক'ত মৰ মৰগৈ। এনে উৎপতীয়া বস্তু মৰি-হজি গ'লেও ভাল হয়। বাপৰে, কি দুৰন্ত ল'ৰা, কথা-বতৰাতো নুশুনেই, কেৱল উৎপাত উৎপাত।"

দেউতাকে এৰি দিয়াৰ লগে লগে সি প্ৰাণ-টাকি দৌৰি কোঠাত

সোমালগৈ। গোটেই পিঠিখনতে তাৰ জুই জ্বলা যেন লাগিছিল। সিতো কাটো বুলি পাণডাল কটা নাছিল। দাবে গাড়ীৰ বাঁহ কাটি থাকোতে সি নেদেখোতে কেতিয়াবা দাৰ ঘাপ পৰি পাণডাল কটা গৈছে। তাৰবাবে দেউতাক ইমান ডাঙৰ মানুহজনে তাক এনেদৰে মৰিয়াব লাগেনেকি? আকৌ প্ৰশান্ত মাষ্টৰক সি কিবা মাৰিম বুলি মাৰিছিলনে? খুঁটাটোত এনেয়ে গোৰ মাৰোতেহে তেওঁৰ ফালে পৰি গৈছিল। দেউতাকে তাক মৰি যাবলৈকেই কৈছে। ফুলি ফুলি কান্দি থকাৰ মাজতে মনতে তাৰ এটা খিক্কাৰো লাগিল। তাতে আজি আকৌ ককাক, আইতাকে কোনোৱেতো তাক মাৰ খোৱাৰপৰা আগুৰিব নাহিলেই, মাকেও দেউতাকক বেছিকৈ মাৰিবলৈহে লগাই দিলে। "এনেকুৱা ঘৰত নাথাকিলেনো কি হ'ব! যা, য'তে যি হয় হ'ব, মৰিলেও মৰি যাম;" এনে এটা ভাবেৰে সি পেণ্টটো পিন্ধি চোলাটো গাত স্নুমুৱাই ল'লে। তাৰ পিছত পৰ্টিকৰ খোলা দুৱাৰেদি সি গোঁ-গোঁৱাই ওলাই গৈ পশ্চিম ফালৰ পথটোৰে যাব ধৰিলে। মাকে বোধকৰো তাৰ মাৰখোৱা পিঠিখনত মিঠাতেল দিবলৈকে আহিছিলনেকি? সি ঠিক চাওঙ বঙলাটোৰ আঁৰ হোৱাৰ আগে আগে তেওঁ তাক দেখা পাই সুধিলে, "ঐ মানু, ক'লৈ গৈছ সেইফালে? উভতি আহিলিনে?"

সি কান্দি কান্দিয়ে জোৰকৈ কৈ গৈ থাকিল, "নাযাওঁ যা উভতি। নাথাকো যা তহঁতৰ ঘৰত। তহঁতে কোনোৱে মোক দেখিব নোৱাৰ, ভাল নাপাৱ। সদায় আধামৰা কৰি মাৰ। মই নপঢ়োওঁ, তহঁতৰ লগত নাথাকোও।" কথাখিনি কৈ কৈ সি বাঁহনিৰে ভৰা পথটোৰে ভৰ দুপৰীয়াখন অকলে অকলে হন্-হন্‌কৈ খোজ ল'লে। মাকে চিঞৰি তাৰ দেউতাকক কোৱা শুনিলে, "অ'বোলো শুনিছেনে নাই। এইপাটে ঘৰৰপৰা ওলাই গ'ল। ধৰি আনকগৈ, নহ'লে খালে-ডোঙে ক'ৰবাত মৰি-হাজি থাকিব।"

অলপ পিছতে দেউতাকে তাৰ পিছে পিছে চিঞৰি চিঞৰি লৰৰি আহিল, "মানু! এই মানু! উভতি আহিলিনে? ক'লৈ গৈছে তই?"

মানসে তাৰ পিছে পিছে দেউতাকক দৌৰি অহা দেখি এইবাৰ সি দৌৰিবলৈ লৈ ক'লে, "নাযাওঁ উভতি। মই তোৰ ঘৰত নাথাকো। বেলেগ ক'ৰবাত থাকিম যা।"

দেউতাক উপায় নাপাই খৰ-খেদাকৈ দৌৰি আহি পুখুৰীটোৰ পাৰতে, তাৰ হাত এখনত থাপ মাৰি ধৰি ক'লে, "বল উভতি ব'ল।"

সি হাতখন এৰাবলৈ পিছলৈ টানি টানি যতন কৰি ক'লে, "নালাগে যা। মই নাযাওঁ বুলি কৈছোঁ নহয়, নাযাওঁ! তহঁতে কোনোৱে মোৰ কাৰণে হাৱাশাস্তি খাব নালাগে। মই নপঢ়োওঁ, তোৰ ঘৰতো নাথাকোঁ। এৰি দে মোক।"

অৱশেষত দেউতাকে তাক দাং-কোলাকৈ লৈ ঘৰলৈ লৈ আনিলে। ওৰে বাটে সি "নাযাওঁ মই ঘৰলৈ, নাযাওঁ" কৈ উচাৎ-বিচাৎ কৰি অহা বাবে দেউতাকৰ ভাগৰো লাগিছিল। বাহিৰৰ ঘাঁহ থকা চোতালখনত তাক নমাই দি তেওঁ হাত এখনত ধৰি টানি টানি ভিতৰ চোতাললৈ নিলে। তেওঁ আকৌ তৰ্জন-গৰ্জন কৰি আঙুলি জোঁকাৰি ক'ব ধৰিলে, "কান্দিব এৰিলিনে? তোৰ পিঠিৰ চামৰা মই আজি ফালি শেষ কৰি দিম। ইমান গোঁৱাৰ হৈ উঠিছ। ঘৰ এৰি যায়! ইচ ইমান ডাঙৰ মানুহটো হৈছে বাপেকৰ ঘৰত নাথাকে। আৰ্জি খুৱাবলৈ আহিছে মোক। কান্দোন বন্ধ কৰিবিনে কুলাঙ্গাৰ?"

এই উজাৰ-বিজাৰ, কন্দা-কটাৰ মাজতো মানসে দেখিলে নাদৰ পাৰৰপৰা ককাকে গা ধুই আহি তিতা চুৰিয়াখন সলাব ধৰিছে। ককাকে খঙাল 'চাৱনিৰে দেউতাকলৈ চাই বজ্ৰ-গম্ভীৰ সুৰত ক'লে, "পোনা, তাক এৰি দে। তাক যদি আৰু এটাও মাৰ তেনেহ'লে এই লঘোনীয়া পেটেৰে ময়ে ওলাই যাম এই ঘৰৰপৰা।"

মানসৰ দেউতাকে ক'লে, "নহয় দেউতা, ই মোক জ্বলা-কলা কৰি খাব। এইখিনি বয়সতে তাৰ ইমান অতপালি, পঢ়া-শুনা নাই। পঢ়ুৱাব অহা মাষ্টৰক মাৰিব, ক'ৰ বাঁহ কাটিব, পাণ কাটিব।"

"কৈছো নহয় এৰি দে তাক, নহ'লে মই কিন্তু আৰু সহি নাথাকোঁ।

পাণহে কাটিছে, মানুহ মৰা নাই নহয়, আকৌ এডাল আনি লগাবি ।.
সৰু ল'ৰা সি কি জানে? পঢ়া-শুনা কৰাৰ দিন বৈ গৈ শেষ হোৱা
নাই নহয় ।”

ককাকে দেউতাকৰ ওপৰত খং প্ৰকাশ কৰি কোৱা কথাখিনিৰ দেউতাকে কোনো প্ৰতিবাদ নকৰি তাক এৰি দিলে। কিন্তু সেই দিনাৰেপৰা তাৰ মনৰ জিদটো আকৌ বাঢ়িহে গ'ল, সি আৰু কোনোদিনেই নপঢ়ে। যি পঢ়াৰ কাৰণে এনেদৰে পিঠি ফটাই দিছে দেউতাকে তাৰ, সেই পঢ়াৰ আৰু নামেই নলয় সি। কোনে কুঁজা হৈ হৈ বহি লিখি থাকিব। ইপিনে পেন্সিলডাল আঙুলিৰে ধৰোতে আঙুলিৰে বিষ উঠি যায়। আনফালে লিখোতে নহ'লেও পঢ়ুওৱাজনৰ মাৰ খাব লাগে। সি নপঢ়া কথা কৈ দেউতাকে তাক আজি এনেদৰে মাৰিছে, কিন্তু তেওঁ কোনদিনানো হাতখনত ধৰি পেন্সিলেৰে ফলিত লিখাব শিকাইছে? সেই যে ফুল-তুলৰি, চাউল দি ককাকে মাতি নি পঢ়িব কলে। মুখেৰে মাতি মাতি এদিনেই যি কটো ডাঙৰকৈ লিখি ওপৰে ওপৰে সি ধৰি থকা পেন্সিলডাল ঘূৰাই দিছিল সিমানেই। পঢ়ুৱাব ক'ত, ক'ৰ ৰাইজৰ কাম, ভোটৰ বাবে গাঁওখনত আৰু ক'ৰ চিলং-গুৱাহাটীত ঘূৰি ফুৰিব। ইহ্ এতিয়া এনেদৰে মাৰিব আহিছে।

এনেকুৱা অনেক তিক্ততাৰ বাবেই মানসৰ পঢ়াৰ বাবে সমূলি মন নোযোৱা হ'ল। কোনোবাই পঢ়িব ক'লেও মনটো তাৰ খঙেৰে ভৰি উঠে। ইয়াৰ পিছৰ দুটা মাহ দেউতাকে সেই কিবা ভোট নে নিৰ্বাচনৰ কামতে লাগি থাকিল। দেউতাকৰ বাহিৰে অনালৈ সি সিমান ভয়ো নকৰে। ককাকক সি যথেষ্ট ভয় কৰে কিন্তু ককাকে যে তাক মাৰধৰ নকৰে সেয়া সি ভালকৈ জানে। সেয়েহে দেউতাকলৈ থকাৰ দৰে ককাকলৈ তাৰ সিমান ভয় নাই। অন্যই পঢ়া-শুনা কৰাৰ কথা ক'লেও সি বৰ বেছি গুৰুত্ব নিদিয়ে—ক'ব লাগে বাবে কৈছে এনে ভাবি সি গা এৰাদি ফুৰে।

নিৰ্বাচন বা ভোটনো কি, কিয় বা দেউতাকে আৰু গাঁৱৰ মানুহবোৰে

এনেদৰে হুলস্থুল কৰি ঘূৰি ফুৰিছে সি বুজি নাপায়। গাঁওখনৰ উন্নয়নৰ কাৰণে মানসৰ দেউতাকে আজি কিছুদিনৰপৰা খুব মনোযোগ দিছে। যোৱা বেলি খৰালি গোটেই চুপাটোৰে মানুহবোৰৰ হতুৱাই দেউতাকে সিহঁতৰ সন্মুখৰ পানী জমা হোৱা এই দীঘলীয়া পথ দুটাৰ দুই কাষে নৰ্দমা দিয়াই ওখকৈ বান্ধি পেলালে। সেইদিনা তাত গোট খোৱা আটাইবোৰ মানুহক চাহপানী আৰু ভাত খোৱাৰ ব্যৱস্থা সিহঁতৰ ঘৰৰ পৰাই কৰিছিল। দেউতাকে মানুহখিনিক কৈছিল, "পানী বন্ধ হৈ থাকিলে তাত শেলাই গজে। মহে কণী পাৰে, সেই মহে বেমাৰৰ বীজাণু বিয়পায়। ৰাস্তা-ঘাটত বোকা হৈ মানুহ গাড়ী আদি চলিব নোৱৰা হয়। গাঁৱৰ এই লেতেৰা পৰিবেশে গাঁওবাসীৰ অনিষ্টতো কৰেই আনহাতে অন্য গাঁৱৰ মানুহেও ঠাট্টা-মস্কৰা কৰি যায়। পৰিবেশ দূষিত নহ'বলৈকে বাট পথবোৰ ওখ কৰি ল'ব লাগে আৰু নৰ্দমা দি পানী ওলাই যোৱাৰ সুন্দৰ ব্যৱস্থা কৰিব লাগে।" মানসহঁতৰ সন্মুখৰ দীঘলীয়া পথখিনি বন্ধা হোৱাৰ পিছত প্ৰত্যেক চুপাতে পাল পাতি পাতি দেউতাকেই গাঁৱৰ মানুহখিনিৰ হতুৱাই পথবোৰ বন্ধাই আহল-বহল কৰিছিল। গাঁওবাসীয়ে মিলি-জুলি দলভাত খাই এনেদৰে ফুৰ্তি-তামাচা কৰি নৰ্দমা দি বাট-পথবোৰ সুন্দৰ কৰি লোৱাত গাঁওখন বৰ চিকুণ চিকুণ লগা হ'ল।

মানসহঁতৰ গাঁওখনৰ বহু দিনলৈকে ওচৰৰে চামতা গাঁওখনৰ এটা চুপাহে আছিল মাত্ৰ। এই চিলং-গুৱাহাটীলৈ অহা-যোৱা কৰি লাগি-ভাগি অনেক কষ্ট কৰি গোমতীক দেউতাকেই হেনো এখন সুকীয়া গাঁও কৰিলে। গাঁওখনত নথকা পঞ্চায়ত, ডাকঘৰ, চিকিৎসালয় আদি কৰাই দিয়াৰ উপৰিও মানসহঁতৰ ঘৰতে অনেক পুৰুষৰপৰা চলি থকা টোলখনো চৰকাৰী টকাৰে উন্নত কৰিলে। কলেজৰ চাকৰি, লিখা-পঢ়া কৰাৰ ওপৰতো এইবোৰত লাগি থকাৰ বাবে তেওঁ মানসহঁতৰ পঢ়াশুনাৰ প্ৰতি মনোযোগ দিবলৈ অকণো সময় নোপোৱা হ'ল। মানসেও মনে মনে ভালেই পালে, অন্ততঃ ঘৰখনৰ ভিতৰতে আটাইতকৈ ভয় কৰা

মানুহজনৰপৰা যে পঢ়াৰ বাবে খেচখেচনি শুনিবলগীয়া হোৱা নাই সেয়ে ৰক্ষা।

গাঁৱৰ মানুহৰ আগত দেউতাকে কওঁতে মানসে শুনিছিল—দেউতাকে প্ৰথম প্ৰথম নিৰ্বাচনৰ কামত নামিব খোজা নাছিল। কিন্তু স্নেহ বৰুৱা নামৰ মানুহজনে তেওঁলোকৰ ঠাইৰ পৰা উঠিব বুলি জানি তেওঁ এক বেলেগ উছাহেৰে নিৰ্বাচনৰ কামত লাগি গ'ল। এদিন গধূলি মানসহঁতৰ বাহিৰৰ বনৰ চোতালখনত লগ হোৱা গাঁৱৰ মুখীয়াল মানুহ কেইজন আৰু আগৰণুৱা ডেকা ল'ৰা কেইজনমানৰ আগত তেওঁ কোৱা শুনিছিল, "স্নেহ বৰুৱা অসমৰ কৃতী সন্তান, এজন বিদগ্ধ পণ্ডিত। ৰাজনীতি পণ্ডিতৰ কাম নহয়। তথাপি জনসাধাৰণৰ ওপৰত ইয়াৰ প্ৰভাৱ অপৰিসীম। এটা জাতিৰ, এখন দেশৰ ভৱিষ্যত নিৰ্ভৰ কৰে প্ৰধানতঃ এই ৰাজনৈতিক নেতাসকলৰ ওপৰত। আমাৰ ভৱিষ্যত নিয়ন্তা এই নেতাসকলৰ নিজৰ সততা, মহত্ত্ব, উদাৰতা আৰু সামাজিক চেতনাবোধ নাথাকিলে তেওঁলোকে কেতিয়াও দহৰ বা দেশৰ মহত্তম উন্নতি সাধন কৰিব নোৱাৰে। স্নেহ বৰুৱা অসমৰ আধুনিক কবি, লিখক তথা পণ্ডিত। তেখেতৰ সততা মহত্ত্বৰ কথা প্ৰত্যেকজন অসমীয়াই জানে। প্ৰধানমন্ত্ৰী নেহৰুৰ দৰে এনে এজন পণ্ডিত লোকে আমাৰ দৰে জনসাধাৰণৰ ভৱিষ্যত নিৰ্দ্ধাৰণৰ দায়িত্ব কান্ধ পাতি ল'ব আহিছে যেতিয়া স্নেহ বৰুৱাকো আমি নিৰ্বাচনত জিকাবই লাগিব।"

মানসে এইবোৰ কথা একোকে বুজিব নোৱাৰে। কি ভোট, কি নিৰ্বাচন। মস্ত হলোং হচোং চোলা পিন্ধা বেচ বহল, ৰঙা-বগা ৰঙৰ ভুটিয়া মানুহবোৰৰপৰা ককাকে দালিত দি খোৱা 'জাফৰাং' ৰাখে, দা-কটাৰি শালিবলৈকে লা ৰাখে। সেই মানুহবিলাককো দেখোন ভোট বুলি কয়, আকৌ তেতেলী শিমলু বাঁহ গছত থকা ভয় লগা বস্তুটোকো ভূত বুলি কয়। ইফালে দেখোন স্নেহ বৰুৱাৰ দৰে ইমান ডাঙৰ মানুহ এজনেও ভোটত উঠিছে। সেই তুমাহত গাঁওখনত এটা বিৰাট পৰিৱৰ্তন মানসে লক্ষ্য কৰিলে। মানুহবোৰৰ মুখত প্ৰায়ে

ভোটৰ কথাই। সৰহ ভাগৰে মত হ'ল স্নেহ বৰুৱাক ভোট দি জিকাবই লাগিব। বানৰ বয় বিড়িৰ স্তীপখনতকৈ এতিয়া বেছি ধুনীয়া ধুনীয়া গাড়ীবোৰ প্ৰায় প্ৰতিদিনেই গাঁওলৈ অহা হ'ল। ডেকা ল'ৰাবোৰে ডাঙৰ ডাঙৰ গছৰ গাত, ঘৰৰ বেৰবোৰত কিছুমান ৰং-বিৰঙৰ ডাঙৰ ডাঙৰ কাগজ আঠা লগাই দিছে। সিহঁতৰ গোসাঁইঘৰ চাঙ্-বঙলাটোৰ বেৰত আৰু দেৱদাৰু নাৰিকল কেইজোপাৰ গাতো সেই কাগজ মাৰি গৈছে। দুই-এখন কাগজত বেগেলৰ ছবি আছে যদিও সৰহ ভাগ কাগজতে পঁজা ঘৰৰ ছবিৰে সৈতে তামোলৰ সেলেঙি বোৱাই সুন্দৰ হাঁহি মাৰি নমস্কাৰ কৰি থকা মানুহজনৰ ছবিহে আছে। মানসৰ ককাকে কৈছিল সেই জনাই হেনো স্নেহ বৰুৱা, যাৰ গুণ-গান আজি গোটেই গাঁওবাসীয়ে একেমুখে গাবলৈ লৈছে। প্ৰায়ে আবেলি-গধূলি ডেকা ল'ৰাবোৰে জুম বান্ধি ওলাই আহে। এজনে মুখত টিনৰ দীঘলীয়া চুঙা এটা লৈ জোৰেৰে চিঞৰি কয়, "ৰাইজসকল, অহাকালি সন্ধিয়া ছয় বজাত আগন্তুক নিৰ্বাচন উপলক্ষে গোমতী গাঁৱৰ গোসাঁইঘৰৰ চোতালত এখনি ৰাজহুৱা সভাৰ আহ্বান কৰা হৈছে। তাত আপোনালোকৰ উপস্থিতি সাদৰেৰে কামনা কৰা হ'ল।" এই দীঘল টিনৰ চুঙাটোৰে প্ৰথমতেই "ৰাইজসকল" বুলি চিঞৰি উঠাৰ বাবে মানস আৰু ককায়েক-বায়েকহঁতে সেইটোক "ৰাইজ-সকল" বুলি কোৱা কৰিছে। সেইটোৰ মাত শুনিলেই সিহঁত আটাই-বোৰে "ৰাইজসকল আহিছে", "ৰাইজসকল আহিছে" বুলি বাহিৰৰ চোতালখনলৈ বা পৰ্টিকখনলৈ দৌৰি আহে।

এদিন দেখোন এই ৰাইজসকলেৰে কোৱা—"স্নেহ বৰুৱাৰ জয়েই অসমীয়াৰ জয়", "পঁজা ঘৰৰ ছবিত ভোট দি জয়যুক্ত কৰক", "ভোট দিব কাক, স্নেহ বৰুৱাক" আদিৰ সামৰণি পৰিল। ইয়াৰ আগতে এদিন বহুত ৰাতি দেউতাকে মানসক ঘুমটিৰ পৰা জগাই আনি বাহিৰৰ পৰ্টিকত এসোপামান মানুহৰ সৈতে বহি থকা বেচ দীঘল পাঞ্জাৰী চোলা আৰু ধুতি পিন্ধা মানুহ এজনৰ সন্মুখত থিয় কৰাই নমস্কাৰ দিবলৈ দিলে।

মানসে চকু মোহাৰি মোহাৰি নমস্কাৰ দি দেখিলে যে তাৰ ককায়েক অৰ্পণো দেখোন মানুহজনৰ কাষতে থিয় হৈ আছে। মানসে মানুহজনলৈ ভালকৈ লক্ষ্য কৰি দেখিলে এইয়া দেখোন গাঁৱৰ ল'ৰাবোৰে লগাই থোৱা কাগজবোৰত থকা ছবিখনৰ মানুহজন—স্নেহ বৰুৱা। তামোল চোবাই থকা শকত-আৱত মানুহজনে হাতৰ তৰ্জনী আঙুলিটোৰে চূণ অকণ দাঁতত লগাই লৈ এটা সুন্দৰ হাঁহি মাৰি তাক সুধিলে, "তোমাৰ নামটো কি সোণটো?"

সি টোপনিৰ জড়তাৰেই উত্তৰ দিলে, "মানস প্ৰীতম ভাগৱতী।

"বাঃ বেচ সুন্দৰ নাম। আহাচোন মইনাটো অকণমান লওঁ তোমাক।" কথাখিনি কৈ মানুহজনে তাক আলফুলকৈ দাঙি নি কোলাত বহুৱাই সুধিলে, "তুমি কোন শ্ৰেণীত পঢ়া বাচা?"

মানস নিমাত। ইমান সময়ে তাৰ মনটো খুবেই ভাল লাগি আছিল এই কাৰণেই যে সকলোৱে চাব বিচৰা, ভগৱান যেন দেখা মানুহজনৰ কোলাতে বহি আছে সি এনে এটা গৌৰৱত। কিন্তু তেনে-হেন ডাঙৰ মানুহজনেও দেখোন তাক সি বেয়া পোৱা পঢ়াৰ কথাকে সুধিছে। সি কোলাৰপৰা উচপিচাই নামি যাব বিচাৰিলে যদিও মানুহজনে কিন্তু তাক এৰি নিদিলে। স্নেহ বৰুৱাই কৰা প্ৰশ্নটোৰ উত্তৰ হাঁহি হাঁহি মানসৰ দেউতাকেই দিলে, "তাক বৰুৱাদেউ, অন্য সকলো কথাই সুধিব, টপটপকৈ সি উত্তৰ দিব। পঢ়াৰ কথা কিন্তু ভুলতেও নুসুধিব। সাত বছৰত সোমালহি, তাক আজিলৈকে 'ক'-টোকে লিখাব নোৱাৰিলোঁ। অন্য সকলো কথাতে ওস্তাদ, কিন্তু পঢ়িবলৈ ক'লেই গোঁৱাৰামিখন কৰে। তাক লৈ মই বিবুদ্ধিতে পৰিছোঁ।"

স্নেহ বৰুৱাই মিচিকিয়া হাঁহি এটা মাৰি ক'লে, "বিবুদ্ধিত পৰিব নালাগে ৰ'ব ভাগৱতী। ভলুকাৰ গুৰিত ভলুকা গজালিয়ে ওলায়। আপুনি, সোৱা দেউতা, ইমান ডাঙৰ পণ্ডিত মানুহ, আপোনালোকৰ ল'ৰা-ছোৱালী পণ্ডিত নহৈ পাৰেনে?"

দেউতাকে হাঁহি হাঁহিয়ে ক'লে, "নপঢ়িলে জানো পণ্ডিত হ'ব পাৰ?"

স্নেহ বৰুৱাই মানসক এইবাৰ অলপ ঠিক কৰি বহুৱাই লৈ ক'লে, "অলপ আগতে সভাখনত আপুনিয়ে মোক লিখক, কবি, ডাঙৰ পণ্ডিত বুলি মোৰ গুণানুকীৰ্তন কৰা নাছিলনে? পিছে সেই পণ্ডিতজনায়ো স্কুললৈ যাবলৈ লৈছিল আঠ বছৰ বয়সতহে। স্কুললৈ গৈও আকৌ গছৰ ডালত উঠি হাবিত সোমাই পলায়ে ফুৰিছিলো।"

বহি থকা মানুহকেইজনৰ মাজৰপৰা বিদৰ্ভ মাষ্টৰ ককাকে মানসৰ দেউতাকক ক'লে, "তুমি বেছি চিন্তা কৰিছা পিতা। এই আধৰুৱা মাহকেইটা যাওক ৰ'বা। তাৰ পিছত মই তাৰ যত্ন ল'ম। সি বৰ ডাঙৰ মানুহ হ'ব ৰ'বা, তুমি চিন্তা নকৰিবা।"

স্নেহ বৰুৱাই এইবাৰ তাক কোলাৰপৰা নমাই দেউতাকৰ ওচৰত থিয় কৰাই দি আটাইকে ক'লে, 'আপোনালোক আটাইকে লগ পাই বৰ ভাল লাগিল। মই তেনেহ'লে নিশ্চিত যে গোমতী গাঁৱত মোৰ আৰু কোনো চিন্তা নাই। কিবা যদি চিন্তা কৰিবলগীয়া থাকেও তেনেহ'লে সেইয়া মোৰ হৈ ভাগৱতীয়ে কৰিব।" কথাখিনি কৈ কৈ তেওঁ আগবাঢ়ি গৈ অলপ আঁতৰত বহি থকা মানসৰ ককাকৰ ভৰি চুই সেৱা কৰি ক'লে, "আশীৰ্বাদ কৰিব দেউতা। শিক্ষা-জগত এৰি ৰাজনীতিৰ জগতলৈ আহিছো, আপোনাসৱৰ আশীৰ্বাদে যেন মোক এইখন দেশৰ হৈ সামান্য সেৱা কৰাত সহায় কৰে।"

ককাকে বহাৰ পৰা থিয় হৈ স্নেহ বৰুৱাক হাতেৰে তুলি ধৰি ক'লে, "হ'ব হ'ব বোপা। আই ভগৱতীয়ে তোমাক এইখিনি দয়া নিশ্চয় কৰিব। তুমি সমগ্ৰ ভাৰতৰে ৰাজনৈতিক জগতত ভোটাতৰা হৈ জিলিকিবা।" তাৰ পিছত ককাকে তেওঁৰ মূৰটোত সোঁহাতখন থৈ দীঘলীয়া শ্লোক এটা মাতি আশীৰ্বাদ দিলে।

স্নেহ বৰুৱাই আটাইকে নমস্কাৰ জনাই যাবলৈ ওলাল। পৰ্টিকৰপৰা নামি তেওঁ বাহিৰৰ চোতালখনত ভৰি দি ক'লে, "আপোনালোকৰ গাঁওখন ইমান ঘন বসতিৰ গাঁও। তথাপি ভাগৱতী, আপুনি ইমান আহল-বহল মুকলি পৰিবেশ এটাত ঘৰখন সজাইছে। 'অত্যন্ত

সুন্দৰ পৰিবেশ। এই চোতালখনত বন কই দি খুব ভাল কৰিছে। বিশেষকৈ এটলীয়া মাটিত এনেদৰে বন কই দিলে পানীয়ে ভূমিক্ষয় কৰিব নোৱাৰে। আমি বুজিছে, চহৰত ঘৰ সজাই বৰ বিপদতহে পৰিছো। খেলা-ধূলা, দৌৰা-ঢপৰা কৰিবলৈকে ল'ৰা-ছোৱালীৰ স্বাস্থ্যৰ বাবে এনেকুৱা মুক্ত সুন্দৰ পৰিবেশেই লাগে। বাৰু আপোনালোক থাকিব, মই আহো।" নমস্কাৰ দি বৰুৱাই মানুহখিনিক মাত লগালে।

আটাইয়ে প্ৰতি নমস্কাৰ জনাই ক'লে, "আহক।"

অলপ পিছতে পেট্ৰলৰ মিঠা গোন্ধ উলিয়াই গোটেই চুপাটো লাইটৰ গাথীৰ, বগা পোহৰেৰে ঢোৰাই যোৱা গাড়ীখনত উঠি স্নেহ বৰুৱা গ'লগৈ। ককাকৰ কাষতে থিয় হৈ থাকি চুপাটোৰ শেষলৈকে দেখি থকা চলন্ত গাড়ীখনৰ তীব্ৰ ৰঙা লাইট দুটালৈ চাই অপলক নেত্ৰে চাই থকা মানসে ভাবিলে, সি জানো ডাঙৰ হৈ এনেদৰে মটৰ গাড়ীৰে ভোৰকৈ গুচি যাব পাৰিব ? তাক জানো এনেকৈ সকলোৱে হাঁহি হাঁহি কথা কৈ নমস্কাৰ জনাব ?

দুদিনমান পিছত এদিন দেখোন গাঁওখনৰ সকলো ডেকা-বুঢ়া, বোৱাৰী-তিৰোতাই দুৰ্গা পূজা-ভঠেলি, যাত্ৰা পাৰ্টি চাব যোৱাৰ দৰেই সাজি-কাচি সিহঁতৰ ওচৰৰে স্কুলখনলৈ আহিল। শাৰী পাতি পাতি মানুহবোৰে স্কুল ঘৰটোৰ এখন দুৱাৰেদি এটা এটাকৈ সোমাল আৰু আনখন দুৱাৰেদি ওলাই আহি ঘৰলৈ গ'লগৈ। মানসেও সাজি-কাচি মাক-আইতাক আৰু খুৰীয়েকৰ লগত তালৈকে আহিছিল। মাকহঁতক যাব দি সি স্কুলঘৰৰ সন্মুখত বৈ গ'ল। কাৰণ সি যে কোনো দিনে আৰু সেইখন স্কুললৈ নাযাওঁ বুলি শপত খাই থৈছে। উভতি আহোতে মাকে তাক বুজাই ক'লে যে তেওঁলোকৰ দৰে গাঁৱৰ অন্য মানুহবোৰেও ভোট দিবলৈকেই আহিছিল।

সি মাকক সুধিলে, "ৰাইজসকলেৰে কৈ যোৱাৰ দৰে পঁজা ঘৰতে দিলি নেকি ভোট আই ?"

মাকে তাৰ মুখখনত হাত এখন দি ক'লে, "নাপায়, তেনেকৈ নকবি। ভোট কাক দিয়ে ক'ব নাপায়।"

মাকৰ কথাত সি আচৰিত হৈ উঠিল, ই আকৌ কেনে কথা! দিনে-নিশাই 'ৰাইজসকলেৰে' চিঞৰি চিঞৰি ক'লে, দেউতাকে ক'লে, গাঁওখনৰ সকলোৱে ক'লে, পঁজা ঘৰৰ ছবিত চাব মাৰি স্নেহ বৰুৱাক ভোট দি জয়যুক্ত কৰক। এতিয়া আকৌ মাকে কৈছে ভোট কাক দিলে ক'ব নাপায়।

সি মাকক পুনৰ সুধিলে, "ভোট দিলে কি হয় আই?"

মাকে উত্তৰ দিলে, "যাকে ভোট দিয়া যায় তেওঁলোকে ৰজা-মন্ত্ৰী হয়। আমি ভোট দিয়া মানুহবিলাক ৰজা-মন্ত্ৰী হ'ব, চিলং-দিল্লীলৈ যাব।"

মানসে কলে, তেনেহলে আই মোক কিয় ভোট দিব নিদিলি? ব'ল না এতিয়াও, ময়ো ভোট দিম। মোক যে কোলাত লৈছিল মই সেই স্নেহ বৰুৱাক ভোট দিম। ব'লচোন আই, ময়ো ভোট দিওঁ।"

মাকে তাক বুজাই ক'লে, "ভোট ডাঙৰ মানুহেহে দিয়ে। তই যেতিয়া পঢ়া-শুনা কৰি ডাঙৰ হবি তেতিয়াহে তয়ো ভোট দিব পাৰিবি। এতিয়া তই সৰু ল'ৰা হৈ আছ যে, এতিয়া তোক ভোট দিবলৈ নিদিব।"

মাকৰ কথা শুনি মানসৰ মনত বিৰক্তিৰ ভাব এটা আহিল, "এহ, সকলো কথাতে কেৱল এই পঢ়া-শুনা সোপাৰহে কথা, ভাল কথা আৰু নাই। ৰাইজসকলেৰে দেখোন কোৱা নাছিল, সৰু ল'ৰা বা পঢ়া-শুনা নকৰা ল'ৰাই পঁজাঘৰৰ ছবিত ভোট দিব নোৱাৰিব বুলি।"

কেইদিনমান পিছত গধূলি আকৌ হঠাতে এদিন খুব ফটকা ফুটিবলৈ ধৰিলে। ডেকা ল'ৰা কেইজনমানে আকৌ 'ৰাইজসকল' লৈ ওলাই চিঞৰি চিঞৰি কৈ গ'ল, "স্নেহ বৰুৱা নিৰ্বাচনত জিকিছে।"

এইবাৰ মানসে স্নেহ বৰুৱাৰ কথা ককাকক সুধিলে। কাৰণ সিদিনা ভোট দিয়াৰ দিনা মাকে কোৱা কথাবোৰ তাৰ কিবা বৰ ওলোটা-

পোলটো যেন লাগিছিল। সি ককাকক সুধিলে, "ককা, তুমি যে মূৰটো চুই দিছিলা, স্নেহ বৰুৱা সেই বাবে জিকিছে নেকি?"

গুৰগুৰি হোকাত মুখ-টান দি থকা ককাকে উত্তৰ দিলে, "অ। সেইবাবেও জিকিছে আৰু স্নেহ বৰুৱা যে ডাঙৰ পণ্ডিত মানুহ সেইবাবেও জিকিছে নিৰ্বাচনত।"

"নিৰ্বাচনত জিকিলে কি হয় ককা?" মানসে আকৌ সুধিলে।

ককাকে উত্তৰ দিলে, "জিকিলে মন্ত্ৰী হয়। এতিয়াৰেপৰা তেওঁ বিৰাট ডাঙৰ চহৰ ভাৰতৰ ৰাজধানী দিল্লীত থাকিব। পঢ়া-শুনা কৰিলে ডাঙৰ হবি, তয়ো সেই বিৰাট মহানগৰী দিল্লীত থাকিব পাৰিবি।"

মানস ককাকৰ ওচৰৰ পৰা লাহে লাহে আঁতৰি গ'ল। কাৰণ ককাকেও যে সেইষাৰ কথাকে কৈছে, পঢ়া-শুনা কৰি ডাঙৰ হ'লে...।"

## ॥ সাত ॥

দহ দিনমানৰ পৰা মানসহঁতৰ ঘৰখনত হাঁহি-ফুৰ্তি, ৰং-তামচা আদি তেনেই কমি গৈছে। কাৰণ তাৰ বায়েক সমতাৰ আজি কেইদিনমানৰ পৰা ভীষণ অসুখ। মানসৰো মনটো বৰ গধুৰ, হঠাতে যে তাৰ বায়েকজনীৰ কিয় এনেকৈ অসুখ হ'ল।

এঘাৰ বছৰীয়া সমতা বায়েকে এদিন আবেলি বাৰীৰ ফালৰপৰা কিৰিলি পাৰি নাচি নাচি আহি মাকক কৈছিলহি, "আই আই, এইবাৰ কিন্তু মই কল ভালকৈ খাম। আমাৰ চাঙ বঙলাটোৰ পিছফালৰ জাহাজী কল জোপাত জান, ছুটা কলদিলেৰে সৈতে ছুথোক কল পৰিছে। এইবাৰ আই, মোক কিন্তু তই কল হেঁপাহ পলুৱাই খাব দিব লাগিব। সেইবাৰো তইঁতে মই নাথাকোতে গোটেই থোক কল খাই পেলাইছ। দিবি নে নিদিয় ক আই?"

মাকে সমতাৰ কথাৰ উত্তৰ দিয়াৰ আগতে সেইখিনিলৈ আহি পোৱা আইতাকে চকু ছুটা ডাঙৰ কৰি আশ্চৰ্য প্ৰকাশ কৰি সমতাৰ হাত এখনত থাপ মাৰি ধৰি সুধিলে, "কি কৈছ সমতা, ছুথোক কল পৰিছে? তই কিবা ভুলহে দেখিছ নেকি?"

"মই ভুল দেখিছো?" সমতাই ছটফটাই উঠিল, "মই ভুল দেখিছো যদি মোৰ লগত আহচোন নিজেই চাই আহিবি। ইমান ডাঙৰ ডাঙৰ ছুটা কলদিলেৰে সৈতে কি সুন্দৰ কল ছুথোক পৰিছে। এডাল গছতে ছুথোক কল কেনেকৈ পৰিছে চাই উঠি কৰি সঁচা নে মিছা।"

মানসৰ মাকে ভয় খোৱাৰ দৰে হৈ ক'লে, "বলাচোন আই। এই মৰতীজনীয়ে কি কয় চাই আহো সঁচা নে মিছা?"

সমতাৰ সৈতে সিহঁত আটাইকেইটাই ওখ মৰিচা দবাৰ কাষেদি গৈ চাঙ বঙলাৰ পিছফালৰ কল চোপত পৰা কল ছুথোক চাবলৈ গ'ল।

আইতাকে কল দুথোক দেখি হাহাকাৰ কৰি উঠিল, "ও মোৰ আই, কি বিলক্ষণ ঐ ভাল অমঙ্গলখনে পাইছে। অ, অন্যৰ কোটোহা বাঁহ ফুলে দেখিবলৈ ভাল আমাৰ ফুলিছে জাতি বাঁহ। এইবাৰ আকৌ এডাল গছতে দুথোককৈ কল পৰিছে।" কথাখিনি কৈ কেয়ে আইতাকে তিনি খোজত এখোজ দি শাকনিখনৰ পৰা উভতি আহিল। তেওঁ পোনছাটে গৈ পৰ্টিকত বহি থকা মানসৰ ককাকৰ আগত কথাটো ক'লেগৈ। কথাখিনি শুনি ককাকে বহুত সময় ধৰি গুম মাৰি বহি থাকিল। অনেক সময়ৰ মূৰত তেওঁ দীঘল হুমুনিয়াহ এটি এৰি ক'লে, "ঘৰখনত ভাল অমঙ্গলেই দেখা দিছে। কোনোবা এজনৰ হানি-বিঘিনিহে হ'ব যেন লাগিছে। যিজনে প্ৰথমতে দেখে তাৰ বাবেই টান হয়। এনেয়েও তাইৰ এই বছৰ সৌৰৰণী মতে 'ত্ৰিপাপ বিষ্ট' পৰিছে। বৰ ডাঙৰ কথা হ'ল কিবা এটা প্ৰতিকাৰ কৰিব লাগিব।" ককাকে বহাৰ পৰা উঠি গৃহভৃত্য ঘুটলেক লগত লৈ কলচোপৰ ওচৰলৈ গ'ল। ককাকৰ কথামতে ঘুটলৈ কল জোপা তেনেই টুকুৰা টুকুৰকৈ কাটি মানসহঁতৰ ঘৰৰ সীমাৰ বাহিৰত ৰাস্তাৰ কাষৰ নৰ্দমাত পেলাই দিলে। মানস বা সমতাই দুথোককৈ কল এনেদৰে কাটি পেলাই দিয়াত মনে মনে কথাটো ভাল নাপালে যদিও ককাক, আইতাক, মাক সকলোৱে একেমুখে অমঙ্গল হ'ব বুলি কোৱাত সিহঁতে মনত আৰু কোনো খেদ নাৰাখিলে।

কল দুথোক দেখাৰ পিছদিনা ৰাতিৰেপৰা সমতাৰ তীৰকঁপে জ্বৰ উঠিল। জ্বৰ উঠাৰ দুদিন পিছৰেপৰা সমতাৰ মাত-বোল নোহোৱা হৈ গ'ল। কিবা ক'ব খুজি বৰ কষ্ট কৰিও ক'ব নোৱাৰে। আকাৰে-ইঙ্গিতেৰে কয়। তেনেই ক্ষীণাই যোৱা সমতা বায়েকৰ মুখখনৰ ফালে চাই চাই মানসে ভাবে, এইজনী বায়েকেই ডাঙৰ-সৰু সকলোৰে কথাৰ স্পষ্ট কঢ়া উত্তৰ দিয়া বাবেই সকলোৱে তাইকে ছটছটনী বুলি ঠাট্টা কৰিছিল। এইজনী সমতা বায়েকেই সিহঁতে দৰা-কইনা খেলোতেই হওক বা অন্য কাম কৰি থাকোতেই ইমান সুন্দৰ মাতেৰে বিয়াগীত গাইছিল,

পুখুৰীৰে পাৰে পাৰে

খাগৰিৰে বেৰা কি ৰাম ৰাম

খাগৰিৰে বেৰা···

পাণ খালে ধৰিব চূণ খালে ডাকিব

আমাৰ আইদেউক নিবলৈ গৰু গাড়ী লাগিব।

কিন্তু সেইহেন সমতাৰ আজি দহ-বাৰ দিন ধৰি মুখত এষাৰ কথাও নাই। গাঁৱৰে নৱনাথ কবিৰাজৰ উপৰিও বসু কম্পাউণ্ডাৰে নেৰানেপেৰাকৈ লাগিয়ে আছে সমতাক ভাল কৰি তুলিবলৈ। সমতাৰ খবৰ লবলৈ অহা প্ৰত্যেকজন লোকে কয়, "এনেকুৱা জ্বৰ কোনোকালে দেখা নাছিলো বোপাই। নদীত অহা বানৰ পানীও কমে, জ্বৰহে কমা নেদেখিলো।" বাল্টিণ্ডৰ পৰা মগেৰে তুলি তুলি পানী আৰু তাইৰ মূৰত কিমান ঢালিব। বিছনাখনত তাইক পথালিকৈ শুৱাই দি, মূৰটো গাৰুৰপৰা হুলাই দি মূৰৰ তলত মানকচুৰ ডাঙৰ পাত এটা পাৰি দি তাৰে তলত ডাঙৰ থালি এটা পাতি দিলে। ঘৰৰ চ'টিৰ পৰা জৰিৰে ওলোমাই দিয়া ডাঙৰ কলহ এটাৰ তলি ফুটাই খৰিকা দি কলহত পানী ভৰাই লাহে লাহে সমতাৰ মূৰত অনবৰত ঢালি থকাৰ ব্যৱস্থা কৰি দিলে। ঘৰৰ মানুহখিনিৰ উপৰিও আশ-পাশৰ বংশৰ আৰু মিত্ৰ-কুটুম্বৰ লোকসকলেও আহি নিশা পাল পাতি পাতি সমতাক ৰখিলেহি।

সমতা বায়েকে এনেদৰে অসুখত পৰাৰ তিনি দিন মান পিছতে ককাকে গোসাঁইঘৰত ডাঙৰকৈ পূজা পাতি, হোম পুৰি গ্ৰহ শান্তি কৰাইছিল। তথাপি সমতাৰ অৱস্থাৰ কোনো পৰিৱৰ্তন নহ'ল। বৰং ক্ৰমশঃ বেছি বেয়াহে হ'ব ধৰিলে। মাকে যাৰে সৈতে কথা পাতে, য'তেই বহে তাতে নিৰৱে মাথোঁ চকুপানী মচে। দেউতাকে এবাৰ সমতাৰ যতন লয়, এবাৰ কম্পাউণ্ডাৰৰ তাত দৌৰে, এবাৰ কবিৰাজৰ ওচৰলৈ দৌৰে। এনেকৈয়ে ব্যস্ত হৈ আছে। সেই অঞ্চলৰে প্ৰখ্যাত ৰোহিণী ডাক্তৰে বলে নোৱৰাত অৱশেষত দেউতাকে নলবাৰীৰপৰা মিহিৰ চৌধুৰী ডাক্তৰক লৈ আহিলগৈ। প্ৰথম দিনা মিহিৰ চৌধুৰী ডাক্তৰে বিশেষ একোকে

নক'লে। পিছৰ দিনা মিহিৰ চৌধুৰী যিদিনা আহে সেই দিনা সমতাৰ জ্বৰ হোৱাৰ এঘাৰ দিন হৈ গৈছে। সেইদিনা চৌধুৰী ডাক্তৰে বেজী দি উঠি পৰ্টিকৰ বাৰাণ্ডাত চাবোন-পানীৰে হাত ধুই থকাৰ মাজতে মানসৰ দেউতাকক কৈছিল, "আশা বৰ কম। নাবাচিলেও দুখ নকৰিব। জীয়াই থাকিলেহে তাই ভৱিষ্যতে আপোনালোকৰ বাবে বৰ বিড়ম্বনা হৈ উঠিব। কাৰণ তাইৰ জিভাখন তেনেই কোঁচ খাই গৈছে। সেই জিভা আৰু আগৰ দৰে কোনোৰকমে কৰিব পৰা নাযাব ; তাই চিৰদিনৰ বাবে বোবা হৈ গৈছে। বহুত পলমকৈ ৰোগ ধৰা পৰিছে ; এইবিধ টাইফয়েডৰ অৱশ্যে এতিয়ালৈকে তেনে কোনো ভাল ঔষধো ওলোৱা নাই।" কথাখিনি কৈ চৌধুৰী ডাক্তৰে হতাশ মনেৰে গৈ পদূলিত ৰৈ থকা জীপখন চলাই নলবাৰীলৈ গ'লগৈ।

মানসে তথাপি ভাবিছিল, তাৰ বাইদেৱেক ভাল হৈ উঠিব। তাইৰ গাত ইমানবোৰ ঔষধ সোমাইছে। জুই ফুওৱা চুঙাটোৰ সমান ডাঙৰ চুঙা দুটাৰ আগত কঁথা সীয়া বেজীটোৰ সমান ডাঙৰ বেজী এটা লগাই চৌধুৰী ডাক্তৰে এঘণ্টামান সময় সেই 'কোৰামিন' নামৰ ঔষধসোপা হেঁচি হেঁচি তাইৰ দেহত ভৰাইছে। নিঃসাৰ হৈ পৰি থকা বেচেৰী বায়েকজনীয়ে সেই বেজীৰ খোচত দুখ পাই দুৰ্বল শৰীৰটো সামান্য লৰাই দুবাৰ মাথোঁ কেঁহকেঁহাই উঠিছিল। বায়েকে যে ইমান ডাঙৰ বেজীটোৰ খোচবোৰ কেনেকৈ সহি আছিল!

চুপাটোৰে নহয় গাঁওখনৰো প্ৰায় সৰহভাগ মানুহেই আহিছে সমতাৰ অসুখৰ খবৰ কৰিবলৈ। আহিবৰ কথাই। ইমান ৰাংঢালী ছটবটীয়া ছোৱালী এজনী বাৰ দিনকৈ বিছনাত লিপিট খাই পৰি আছে। আগেয়ে ওঁঠত ভাঙি দিয়া ডালিম বা বেদনাৰ গুটিৰ ৰস অকণ অকণ খাইছিল। কিন্তু আজি দুদিন ধৰি সেয়াও খোৱা নাই। ইমান টান নৰিয়া হোৱা সত্বেও মানসহঁতৰ ঘৰৰ ওচৰৰে অমল খুৰাকহঁতৰ বীণা খুৰীয়েকে কিয় সমতাৰ খবৰ কৰিবলৈ অহা নাই তাকে ভাবিহে মানস অত্যন্ত আচৰিত হ'ল। যি বীণা খুৰীয়েকে ৰবাব টেঙা আদি সাধাৰণ

বস্তুও সমতাক এৰি অকলে নাথায়, সেই ৰীণা খুৰীয়ে আজি বাৰ দিনে সমতা এনেদৰে পৰি থকাতো এবাৰলৈও খবৰ কৰিবলৈ অহা নাই। আকৌ তাৰ সমতা বায়েকৰ খবৰ ল'বলৈ অহা মাইকী মানুহবোৰৰ সৰহ ভাগেই দেখোন ৰীণা খুৰীয়েকৰ খবৰ কৰিবলৈ গৈছে। অথচ ৰীণা খুৰীয়েকেতো তাৰ বায়েকৰ দৰে পৰি থকাও নাই। কথাটো যোৱা কালি আইতাকক সোধাত আইতাকে তাক কৈছিল, "ৰীণা খুৰীয়েৰে পোনা এটি পাবৰ হৈছে। বাহিৰলৈ ফুৰিবলৈ আহিলে ভগৱানে তাইক পোনাটি নিদিব নহয়। সেয়েহে তাই তোৰ বায়েৰৰ খবৰ কৰিবলৈ অহা নাই।"

ৰীণা খুৰীয়েকে পোনা পাবৰ হৈছে! পোনানো কেনেকৈ পায়? যোৱা কেইদিনমানত কেবাঘৰো মানুহে ৰীণা খুৰীয়েকক কিবা খুৱাবলৈ আহি আছে। আজিও তেনেকুৱা কেইজনীমান মাইকী মানুহে আহি তেওঁলোকৰ তাত খোৱা-লোৱাৰ ব্যৱস্থা কৰিছেহি। মাজতে এবাৰ তেওঁলোকে উৰুলি দিয়াও মানসে প'টিকৰপৰাই শুনিছে। মানসে বহুত ভাবিও কথাবোৰৰ একো উৱাদিহ নাপালে। ৰীণা খুৰীয়েকে পোনা পাব, গাঁৱৰ মাইকী মানুহবোৰে তেওঁক খুৱাইছে, ধুৱাইছে, ইপিনে আকৌ তেওঁ দেখোন ঘৰৰ পৰাও নোলোৱা হৈছে। এনেয়ে তাৰ মনটোও বৰ গধুৰ হৈ পৰিছে। মিহিৰ চৌধুৰীৰ দৰে ইমান ডাঙৰ ডাক্তৰে সমতা বায়েক আৰু নাবাচিব বুলি কৈ যোৱা সি নিজ কাণে শুনিছে। সমতা বায়েক মৰিলে বাৰু কি হ'ব!

মানসহঁতৰ পিছফালে থকা ডাঙৰ পথাৰখনৰ এটা মূৰত এডাল ডাঙৰ কোৰচ গছৰ তলত মৰা মানুহ পোৰা শ্মশান এখন আছে। তাত থকা চাপৰ, সৰু টিনৰ ঘৰটো দিনৰ ভাগত সিহঁতৰ নাদৰ পাৰ বা কঠীয়াতলিৰ পৰা স্পষ্ট দেখা যায়। ককাকক সোধোতে তেওঁ কৈছিল যে তেওঁলোকৰ চুপাটোৰ মানুহ মৰিলে সেই শ্মশানত পোৰে। মৰা মানুহজনৰ আত্মাটোৱে ৰ'দ-বৰষুণত কষ্ট নাপাবলৈকেই হেনো সেই টিঙৰ চালিখন সজাই দিছে। দিনত মানুহ পুৰিলে পুৰি থকা মানুহবোৰৰ বাবে

জুইকুৰা ভালকৈ দেখা নাযায়। কিন্তু নিশাৰ ভাগত মানুহ পুৰিলে জুইকুৰা স্পষ্টকৈ সিহঁতৰ ভিতৰৰ চোতালৰপৰা দেখা যায়। যিদিনা মানুহ পোৰে সেই দিনা মানসহঁতৰ আটাইবে বৰ ভয় লাগে। ক'ৰবাত সেই মৰা মানুহজনৰ ভূতটোৱে আহি ধৰেহি বুলি। একো একো ছাটি বতাহত মানুহ পোৰা গোন্ধটো আহি নাকত লাগিলে মানসৰ ভয়টো আৰু বেছি হৈ যায়। আগতে হেনো এই শ্মশানখন আৰু ওচৰত আছিল। পিছত ককাকে ৰাইজক বহুত বুজালে যে শ্মশান, মৰিশালি এইবোৰ গাঁৱৰ তেনেই ওচৰত থাকিলে পৰিবেশ নষ্ট হয়। কাৰণ শ্মশানত যে ধনগুলৈ ওলায় সেয়া কোনো ভূত নহয়; বিষাক্ত গেচ এটাহে। হাড়ৰ পৰা হোৱা সেই বিষাক্ত গেচে আৰু পুৰি থকা অৱস্থাত ওলোৱা বেয়া গোন্ধটোৱে ওচৰে-পাজৰে থকা মানুহৰ স্বাস্থ্যৰ হানি কৰে। বহুদিন কোৱা-মেলা কৰাৰ পিছতহে ৰাইজে হেনো শ্মশানখন পথাৰৰ একেবাৰে সিটো মূৰলৈ নিছে।

মানসে ভাবিলে তাৰ সমতা বায়েকো যদি মৰি যায় তেনেহ'লে গাঁৱৰ মানুহবোৰে তাইকো দাঙি নি চিতা সজাই তেনেদৰেই পুৰি পেলাব। তাইৰ পোৰা দেহাটোৰ গোন্ধো এনেকৈ বতাহত ভাহি আহিব। আইতাকে বাৰু সেই গোন্ধ পাই অন্য মানুহ পুৰিলে ওক-আক কৰাৰ দৰে উকুলিয়াবনে? তাইৰ জীৱনটোও সেই টিঙৰ সৰু চালিখনৰ তলত সোমাই থাকিব, সি আৰু কোনোদিনে সমতা বায়েকক নেদেখিব, লগ নাপাব। কোনোদিনে তাই আৰু তাক মূৰ আঁচুৰি নিদিব, হাতত ধৰি ফুৰাবলৈ নিনিব, স্কুললৈ যাবলৈ লগ নধৰিব, তাৰ সৈতে 'লাচ' নেখেলিব, পঁইতা ভাতৰ লগত খাবলৈ তাক খেচাৰি দালি বা মাহ বটি নিদিব। সমতা বায়েক নাথাকিলে সি বাৰু কেনেকৈ থাকিব! কথাবোৰ আৰু ভাবিব নোৱৰা হৈ যায় মানসে।

মনটো তাৰ বৰ কিবা লাগি আছিল। সমতা বায়েকে আজি বাৰদিন ধৰি তাৰ লগত খেলাধূলা কৰা নাই, মাত-কথা দিয়া নাই। ইফালে বীণা খুৰীয়েককো সি চাৰি-পাঁচদিন লগ পোৱা নাই, দেখা নাই। বীণা

খুৰীয়েকে হাঁহিলে তেওঁৰ সোঁফালৰ গালখনত বেছ ধুনীয়া দ গাঁত এটা হয়। ৰীণা খুৰীয়েকৰ কোলাত উঠি থাকিলে বা তেওঁৰ কাষত থিয় হৈ থাকিলে মানসে বাট চাই থাকে কেতিয়ানো তেওঁ হাঁহে। ৰীণা খুৰীয়েক এনেয়েও ৰাংঢালী। কথাই কথাই ধুনীয়া চকুযুৰি তিৰবিৰিয়াই নচুৱাই সা সা সা কৈ খুব হাঁহে। হাঁহিলেই সি তাৰ হাতৰ তৰ্জনী আঙুলিটো তেওঁৰ গালৰ সেই টোলটোত ফৎকৈ সুমুৱাই দি সোধে, “তোমাৰ গালত এইটো কিহৰ ফুটা খুৰী ?”

“মই যে খুব দুষ্ট, ভগৱানে সেই কাৰণে গালখন এনেদৰে ফুটাই দিছে” বুলি হাঁহি হাঁহি তাক খুৰীয়েকে বুকুৰ মাজত সাবটি ধৰে। সিও তেওঁৰ ডিঙিত সাবটি ধৰি তেওঁৰ গালখনত নিজৰ গালখন হেঁচি দি তেওঁৰ কোমল গাটোৰ মধুৰ পৰশকণ উপভোগ কৰি উত্তৰ দিয়ে, “ইহ। নহয় যোৱা, তুমি কেতিয়াও দুষ্ট নোহোৱা, তুমি খুব ভাল।” সেই মৰমিয়াল খুৰীয়েকজনীক আজি বহুদিন ধৰি সি দেখা নাই, তেওঁৰ কোলাতো সি উঠা নাই।

কথাবোৰ ভাবি ভাবি সি কেতিয়া যে আহি ৰীণা খুৰীয়েকহঁতৰ চোতাল পালেহি ক'বকে নোৱাৰিলে। চোতালখনত কেইবাজনো মতা মানুহে চকী, বেঞ্চ আদিত বৰ গহীন হৈ বহি আছে। অমল খুৰাক ঘৰত নাই। কোঠাৰ ভিতৰৰ পৰা ৰীণা খুৰীয়েকৰ গেঙনি আৰু চেপা চিঞৰৰ ভাহি আহিছে। ৰীণা খুৰীয়েকৰ বাইদেৱেক ডাঙৰ খুৰীয়েকে ৰান্ধনিঘৰৰপৰা এবাৰ পানী নিছে, এবাৰ তেল নিছে আৰু ক'ত কি। মানসৰ মনটো আৰু গধুৰ হৈ গ'ল। তাক মৰম কৰা মৰমৰ সমতা বায়েকজনীকতো ডাক্তৰে মৰিব বুলি কৈয়ে গৈছে। এতিয়া তাৰ মৰমৰ ৰীণা খুৰীয়েকজনীয়ে যেনেকৈ গেঙাই চিঞৰিছে তেন্তে হয়তো মৰিয়ে থাকিব। কি যে হৈছে কথাবোৰ! নিচা লগা মানুহৰ দৰেই সি তাক ইমান মৰম কৰা খুৰীয়েকজনীক চাবলৈ কোঠাটোত সোমালগৈ। কোঠাৰ কেঁচা মজিয়াখনত আঁঠু কাঢ়ি বহি থকা ৰীণা খুৰীয়েকে “আই ঐ, মা ঐ” কৈ খুব দেদাউৰি পাৰিছে। কাষত থকা মানুহকেইজনীয়ে

তেওঁক আগুৰি ধৰি নানান পৰামৰ্শ-বুজনি দিছে। খুৰীয়েকক আৰু অলপ ভালকৈ চাবলৈ থিয় হৈ থকা মানুহ কেইজনীৰ মাজেৰে সি সন্মুখলৈ গৈ থিয় হোৱাৰ লগে লগে বিপৰীত ফালে পানীৰ চৰিয়া, কলপাত আদি কিবাকিবি সন্মুখত লৈ বহি থকা ৰসেশ্বৰী আইতাকে তালৈ চাই গজগজাই উঠিল, "অ' মোৰ আই। এই জহনীত যোৱাটোক ইয়াত কোনে সোমাব দিছ অ'? ডাঙৰ বোৱাৰী, ইয়াক ইয়াৰ পৰা লৈ যা। যা মানু যা, ওলাই যা। ল'ৰা মানুহ ইয়ালৈ আহিব নাপায় নহয়।"

সেমেনা-সেমেনিকৈ মানস কোঠাটোৰপৰা বাহিৰ ওলাই আহিল। একোকে বুজিব নোৱাৰিলে সি ৰীণা খুৰীয়েকৰ কথা। ক'লৈকো ওলোৱা নাই ইমান দিনে, ঘৰতে সোমাই আছে। সকলোৱে খবৰ ল'ব আহিছে, মাছ-মাংসৰে ভাত খুৱাই গৈছেহি, এতিয়া আকৌ কোঠাৰ মজিয়াত আঁঠু কাঢ়ি বহি বহি কান্দিছে, দেদাউৰি পাৰিছে। সি আহি বাৰাণ্ডাত থিয় হোৱাৰ অলপ পিছতে ৰীণা খুৰীয়েক থকা কোঠাটোৰ পৰা 'ওঁহা'কৈ মৰা চিঞৰ এটা ভাহি আহিল। তাৰ ফৎকৈ মনত পৰি গ'ল, তাক মাকৰ ওচৰলৈ যাবলৈ নিদিয়া দিনকেইটাত পলাশীয়েও এনেকৈ চিঞৰিছিল। চিঞৰটোৰ লগে লগে এজোলোকা উৰুলিও কোঠাটোৰ পৰা ভাহি আহিল। চোতালত ইমান সময়ে চিন্তান্বিত হৈ থকা মানুহখিনিৰ মুখত এইবাৰ হাঁহি বিৰিঙি উঠিল। প্ৰত্যেকৰে মুখত উদ্বিগ্নতা, "কি বা হ'ল, কি বা হ'ল।" মানসে বুজি পালে ৰীণা খুৰীয়েকেও পলাশীৰ দৰেই ধুনীয়া পোনা এটি পালে চাগৈ। পালেও পাওক, সি আৰু চাবলৈ নাযায়। কাৰণ তাক যে কোঠাটোৰ পৰা খেদি দিছে। অলপ পিছতে ডাঙৰ খুৰীয়েকে হাঁহি হাঁহি ওলাই আহি বাহিৰত বহি থকা মানুহখিনিক ক'লেহি, "ল'ৰা হৈছে, ল'ৰা হৈছে, বৰ ধুনীয়া।"

ইমান সময়ে গহীন হৈ থকা মতা মানুহখিনিৰ মাজত এইবাৰ আনন্দৰ সৰু কোলাহল এটাৰ সৃষ্টি হ'ল। প্ৰত্যেকৰে মুখত হাঁহি বিৰিঙি উঠিল। বিবেকা খুৰাকে হাতত পিন্ধি থকা ঘড়ীটোলৈ চাই

ক'লে, "বৌ, সময়টো মনত ৰাখি থওক, দুই বাজি আঠত্ৰিশ মিনিট গৈছে। সম্প্ৰতি মিঠাইবে ব্যৱস্থা কৰক, গণনিৰ দিনা কিন্তু ডাঙৰ বৌ মাছ আনি বিলাব লাগিব, প্ৰথমতে ল'ৰা পাইছে।"

ডাঙৰ খুৰীয়েকে হাঁহি ক'লে, "নিশ্চয় বিলাব লাগিব। বাপেক আৰু বৰদেউতাক আহিলেই হ'ব ৰ'বা। এতিয়া পিছে কোনোৱে নাযাবা, মই মিঠাই অনাইয়ে ৰাখিছো। চাহ-মিঠাই খাইহে যাবা।" কথাখিনি কৈ পিছ মুখ দিয়ে থিয় হৈ থকা মানসক কাষতে পাই ডাঙৰ খুৰীয়েকে তাৰ মূৰটো পিহি দি বিবেকা খুৰাকক ক'লে, "দেখিছানে বাপু, এই সৰু ল'ৰাটোৰ খুৰীয়েকলৈ মৰম। আজি বাৰদিন ধৰি সি অসুখীয়া বায়েকক এৰি এবাৰো অহা নাই। কিন্তু আজি সিও তাৰ মৰমৰ খুৰীয়েকজনীক চাবলৈ আঁহিছে।" তাৰ পিছত ডাঙৰ খুৰীয়েকে তাক উদ্দেশ্যি ক'লে, "বোপা মানু, বহদেই। তয়ো মিঠাই খাই যাবিদেই।"

খুৰীয়েক ৰান্ধনিঘৰলৈ গ'ল। ভিতৰৰ নিজম পৰি যোৱা কোঠাটোৰ পৰা আৰু এজোলোকা উৰুলি ভাহি আহিল। এই জোলোকা উৰুলি শেষ নৌহওঁতেই মানসহঁতৰ ঘৰৰ পৰা প্ৰচণ্ড চিৎকাৰ এটা ভাহি আহিল, "আই ঐ, মোৰ বাচাক ক'লৈ নিৱ অ, মই নিদিওঁ অ বাচাক নিবলৈ। অ বাচা তই মোক এৰি ক'লৈ যাৱ, অ, তই গুচি গ'লে মই কেনেকৈ জীয়াই থাকিম অ। অ এডাল গছতে দুথোক কল দেখোতেই মই জানিছিলো, আই তোক কালে চুইছেহি বুলি।" চাবুক খোৱা ঘোঁৰাৰ দৰে মানস উচপ খাই উঠিল। এইয়া যে তাৰ মাকৰে চিঞৰ।

কথা আৰু হাঁহিৰে মুখৰ হৈ পৰা অমল খুৰাকৰ ঘৰখন এই আটাহ শুনি আৰু কাঁহ পৰি জীণ গ'ল। চোতালত বহি থকা মানুহ কেইজনে আস্, ইস্কৈ ক'বলৈ ধৰিলে, বেচেৰী সমতাজনী গ'লগৈ। ইমান টকা পইছা ভাঙি ইমান ভাল চিকিৎসা কৰিও বচাব নোৱাৰিলে। ব'লচোন ব'ল তালৈকে যাওঁ।" কথাখিনি কৈ কৈ মানুহকেইজন সিহঁতৰ ঘৰলৈকে যাবলৈ ওলাল।

মানসে নিজৰ অজানিতে কোন মুহূৰ্তত দৌৰি আহি ঘৰ পালেহি

ক'বকে নোৱাৰিলে। চোতাললৈ সোমাই আছি দেখিলে, সিহঁতৰ চোতালঘৰ লোকে লোকাৰণ্য হৈ পৰিছে। বাৰাণ্ডাত বহি মাকে কঁপালে-মূৰে ভুকুৱাই ভুকুৱাই বৰ ডাঙৰ ডাঙৰকৈ চিঞৰি চিঞৰি কান্দিছে। সি কিছু সময় মাকলৈ অবাক হৈ চাই ৰ'ল। কাৰণ আগতে কোনো দিনে সি তাৰ মাকৰ এই অদ্ভুত ৰূপ দেখা নাছিল। তাৰ পিছত সি দেখিলে, চোতালত তাৰ সমতা বায়েকক এখন বগা কাপোৰেৰে ঢাকি দি শুৱাই ৰাখিছে। দেউতাকে এডাল বাৰিবে তাইৰ গাটো চুই থাকি নিৰৱে চকুপানী টুকিছে। ঘৰৰ অন্যান্যবোৰেও কান্দিছে। কিন্তু একমাত্ৰ ককাকেহে চকুপানী নোটোকাকৈ চোতাল-খনৰ ইফালে সিফালে ঘূৰা পকা কৰি বাঁহ বেত আদি যোগাৰ কৰি ফুৰিছে সমতাক শ্মশানলৈ নিবলৈ। আগতে কোনোদিনে নেদেখা এই অদ্ভুত দৃশ্য দেখি মানসে হতবাক হৈ চাই থাকিল।

কিছু সময় পিছত চুপাটোৰ কেইজনমান মানুহে সমতাৰ মৃতদেহটো চাঙিৰে সৈতে কান্ধত তুলি লৈ গুচি গ'ল। গোটেই ঘৰখনতে কান্দো-নৰ আকৌ এটা বিৰাট কোৰ্হাল উঠিল। লৈ গৈ থকা চাঙিখনৰ পিছে পিছে মাকে বাৰে বাৰে দৌৰি যাব খুজিছে, কেইজনীমান মাইকী মানুহে তেওঁক বুজাই-বঢ়াই টানি আনি হেঁচি ধৰি বহুৱাই ৰাখিবলৈ আপ্ৰাণ চেষ্টা কৰিছে। মাকে মূৰ জোঁকাৰি জোঁকাৰি তেওঁলোকৰ বাধা নামানি চিঞৰি চিঞৰি আকৌ দৌৰিব বিচাৰিছে। দেউতাকে তল মূৰ হৈ চোতালখনতে বহি নিৰৱে চকুপানী টুকি থাকিল। মাকৰ সেই অসহনীয় অৱস্থা দেখি এইবাৰ মানসেও ফেকুৰি ফেকুৰি কান্দিব ধৰিলে।

সেই দিনা দিনটোৱে বতৰটো কিবা ডাৱৰীয়া হৈ আছিল। সমতা বায়েকক শ্মশানলৈ লৈ যোৱাৰ পিছত আইতাকহঁতে মাকক শুৱাই থবলৈ খুব যতন কৰিছিল। মাকে কিন্তু তেতিয়াও কান্দিয়ে আছিল। পিছে আগৰ দৰে তেনেকৈ চিঞৰি চিঞৰি নহয়, কিবা কিবি কৈ সৰু সৰু কৈয়ে কান্দি আছিল তেওঁ। ডাৱৰীয়া বতৰে গোটেই ঘৰখনৰ পৰিৱেশেই বৰ গোমা কৰি তুলিছিল। ঘৰৰ সন্মুখত থকা বাঁহ গছ-গছনিখিনিলৈ

অনেক সময় ধৰি চাই থাকিল মানসে। নাই, এডাল গছেও অকণো লৰচৰ কৰা নাই। ইমানদিনে লগ পাই অহা, দেখি থকা তাৰ সমতা বায়েক আজি এনে দৰে আঁতৰি যোৱাৰ দুখতেই মাক, দেউতাক ককাক, আইতাক, খুৰাক সকলোৱে আধামৰা হোৱাৰ দৰেই এই গছ-গছনিবোৰেও একে দুখতেই তেনে জঠৰ হৈ পৰিছে যেন লাগিল মানসৰ।

সমতাক লৈ যোৱাৰ পিছত ককাকে গৃহভৃত্য ঘুটলেৰ হতুৱাই ঘৰটোৰ ভিতৰ-বাহিৰ, আনকি ৰাস্তা পৰ্যন্ত গোবৰ-মাটি ছটিয়াই দিয়াইছিল। গোবৰ আৰু মাটিৰ বোলে বীজাণু ধ্বংস কৰাৰ ক্ষমতা থাকে। মানুহ মৰিলে তেওঁৰ গাত থকা নানান বীজাণুৱে ঘৰৰ পৰিবেশ নষ্ট কৰে। সেই কাৰণে কেবাদিনলৈও গোবৰ-মাটি ছটিয়াব লাগে, কাপোৰকানি আদি তিয়াই দিব লাগে। কথাবোৰ বুজাই তেওঁ ঘুটলেক তাৰ বিধবা বায়েকজনীক সেইদিনাই লৈ আহিবলৈ ক'লে পিছদিনাৰ পৰা ঘৰৰ কাপোৰ কানি পাগ হাড়ি আদি ধুবৰ বাবে।

মানসে ভাবিলে সমতা বায়েকক চুপাটোৰ অন্য মানুহৰ দৰেই সিহঁতৰ ওচৰতে থকা কোৰচডালৰ তলৰ শ্মশানখনতে পুৰি পেলাব। কিন্তু সেইটো নকৰি বহু আঁতৰত গো-পূজাৰ থানৰ ওচৰত থকা ধোপৰ তলৰ শ্মশানত তাইক পুতি থৈ আহিবলৈকেহে ককাকে মানুহকেইজনক নিৰ্দেশ দিলে। মানসে ভাবিলে কিজানি দেউতাক, ককাকহঁতে কিবা ভুলেই কৰিলে। তাৰ সমতা বায়েকে অসুখৰ বাবে কিজানি খুব গভীৰ টোপনি গৈছিল আৰু ককাকহঁতে ভুলতে তাইক মৰা বুলি ভাবিলে। তাইক এনেয়ে পেলাই থ'লে সেই টোপনি ভাগিলে বা ভাল হৈ উঠিলে আকৌ ঘৰলৈ উভতি আহিব পাৰিলেহেঁতেন। কিন্তু পুতি থ'লে তাইতো ইমানবোৰ মাটি আঁতৰাই ওলাই আহিবও নোৱাৰিব। ওলাই আহিলেও তাই আৰু ইমান দূৰৈৰ ঘৰলৈ উভতি আহিব নোৱাৰিব, বাট হেৰুৱাই তাই ক'ৰবালৈহে গুচি যাব।

পিছ মুহূৰ্ততে মানসে বুজিব পাৰিলে যে তাৰ সমতা বাইদেৱেক

আৰু কোনো কালে উভতি নাহে। কাৰণ আইতাকে কেইবাদিনো সাধুকথা কওঁতে কৈছিল যে মৰিলে মানুহ আৰু উভতি নাহে। হয় আকাশৰ তৰা হৈ জিলিকি থাকে, নহয় বহুদিন পিছত বেলেগ কাৰোবাৰ ঘৰতহে বেলেগ ৰূপ লৈ জন্মে। আকাশৰ তৰা হ'লেও সি তাৰ বায়েকনো কোনটো কেনেকৈ চিনি পাব? কাৰণ আকাশত যে গণিব নোৱৰাকৈ অলেখ তৰা ওলায়। প্ৰত্যেকটো তৰাই যে একে, তাৰ মাজতনো সি কেনেকৈ বিচাৰি পাব তাৰ বায়েকজনীক। কাৰোবাৰ ঘৰত জন্মিলেও সিতো চাবলৈ যাব নোৱাৰিব। কাৰণ অলপ আগতে জন্ম পোৱা তাৰ অতিকৈ মৰমৰ বীণা খুৰীয়েকৰ ল'ৰাটোকে দেখোন কোনোৱে চাবলৈ নিদিলে তাক।

পটিকৰ বাৰাণ্ডাখনত অকলে বহি বহিয়ে ভাবি গ'ল সি। ককাক-আইতাকে সদায় সেৱা কৰিবলৈ ভক্তি কৰিবলৈ কৈ থকা ভগৱান নামৰ এই ( গোসাঁইজন ) যে কি আচৰিত। সিহঁতে খাবলৈ সিহঁতক তেওঁ চাউল, শাক, ফল-মূল, মাছ-কাছ আদি দিছে। বতাহ দিবলৈ, ছাঁ দিবলৈ, বৰষুণ দিবলৈ, ফুলনি শুৱাবলৈ গছ-গছনি, মেঘ-বৰষুণ দিছে। সেইজন ভগৱানেই কাৰোবাৰ ঘৰত ল'ৰা জন্ম দিয়াইছে আকৌ কাৰোবাৰ ঘৰৰ সকলোকে কন্দুৱাই এনেদৰে মানুহ মাৰি নিছে। ইমানকেইজন ডাক্তৰ, কম্পাউণ্ডাৰ, গাঁৱৰ ইমানবোৰ মানুহ, মাক-আইতাকহঁতৰ ইমানবোৰ কষ্ট-যত্নৰ ওপৰতো মানসৰ মানত আটাইতকৈ ডাঙৰ আৰু আটাইতকৈ বেছি জনা মানুহ দেউতাক আৰু ককাকেও মানসৰ সমতা বায়েকক ধৰি ৰাখিব নোৱাৰিলে। সকলোকে হুকুৱাই ভগৱানে সমতা বায়েকক সিহঁতৰ মাজৰ পৰা কাঢ়ি লৈ গুচি গ'ল। সমতা বায়েক মৰি যোৱা বাবে যে গোটেই ঘৰখনেই কিমান দুখ পাইছে, তাৰ মাকে কেনেকৈ আউলী-বাউলী হৈ ইনাই-বিনাই কান্দিছে, সকলো দেখা পোৱা সেই ভগৱানজনে এইবোৰ কিবা দেখা নাইনেকি? বৰ নিষ্ঠুৰ, বৰ বদমাচ এই ভগৱান নামৰ গোসাঁইজন। ইমান বদমাচ ভগৱানজনক লগ পোৱা হ'লে মানসে তাৰ ককাকে হাতত লৈ ফুৰা

ৰে কা লাঠিডালৰ হাঁকোটাটোৰে টানি আনি তেওঁৰ পিঠি ফটাকৈ খুব কোবালেহেঁতেন।

তেনেকৈ কোবালে যদি সমতা বায়েকৰ দৰে তাৰ দেউতাক বা অন্য কাৰোবাকো মাৰি লৈ যায়! এনেয়ে দেউতাকে ক'ৰ ব্ৰহ্মপুত্ৰ নদী পাৰ হৈ, পাহাৰ-পৰ্বত বগাই গুৱাহাটী-চিলঙলৈ গৈ থাকে। সেইবিলাকলৈ যাওতে যদি তেওঁৰ অনিষ্ট কৰে, তেওঁকো মাৰি লৈ যায় তেনেহ'লে সিহঁতৰ যে কি হ'ব! কাৰণ ভগৱানক বোলে বেয়াকৈ ক'ব নালাগে, ক'লে হেনো তেওঁ দোষ ধৰে আৰু শাস্তি দিয়ে। সি বাৰাণ্ডাখন আৰু সন্মুখৰ বন থকা চোতালখন খুব সন্তৰ্পণে চাই ল'লে ক'ৰবাত কোনোবা আছেনেকি! কোনো নথকা জানি পৰ্টিকৰ পৰাই অদূৰৈত থকা গোসাঁইঘৰটোলৈ চাই এটি সেৱা কৰি মনৰ মাজতে ক'লে, "তুমি দোষ নধৰিবা ভগৱান। তুমি দোষ ধৰিলে যে আমাৰ আৰু অনিষ্ট হ'ব। আমাৰ আয়ে যে আকৌ ইনাই-বিনাই কান্দিব। তুমি আমাক সকলোকে ভালে ৰাখিবা ভগৱান।"

## ।। আঠ ।।

লিচুৰ গুটি এটাত শলা এডাল সুমুৱাই লৈ সজোৱা লাটুমটো পৰ্টিকৰ মিহি পকাখনত মানসে অনেক সময়ৰ পৰাই ঘূৰাই আছিল। দুটা আঙুলিৰে শলাডালত ধৰি পকাই দি এৰি দিলে লাটুমটোৱে মিহি পকাখনত বহুত সময় ধৰি টক্-টকাই ঘূৰি থাকে। কোনোবা বাৰত লাটুমটোৱে একে ঠাইতে থিয় হৈ ঘূৰি থাকে, কোনোৱা বাৰত বা ঘূৰণীয়াকৈ দৌৰি দৌৰি ঘূৰি থাকে। আকৌ কোনোবা বাৰত জোকাৰ খাই খাই পোনে পোনে অলপ দূৰ গৈ কিছু আঁতৰত বাগৰি পৰে। এবাৰত তেনেকৈ দূৰলৈ গৈ গৈ লাটুমটোৱে ৰেলিঙৰ তলেৰে সৰকি গৈ ফুলনিখনত পৰিলগৈ। সেইটো আনিবলৈ সি পৰ্টিকৰ খুঁটাটো আৰু বেৰখনৰ মাজেৰে সৰকি ফুলনিখনত সোমালগৈ।

লাটুমটো লৈ ওলাই আহিব খোজোতে মানসৰ ভৰিত লাগি কুঁজিটো অলপ আঁতৰত উফৰি পৰিলগৈ। মানসে কুঁজিটোলৈ চালে, প্ৰায় দুহাত-মানেই দীঘল হৈছে। সি মনতে ভাবিলে—দেউতাককাইঁতে গছ-গছনিক মৰম কৰিবলৈ এনেয়েহে কয়। ইমান ধুনীয়া কুঁজিটো বগাবলৈ কেতিয়াবাই বান্ধি দিব পৰা হ'ল। তথাপি এজনেও সেইটো বান্ধি দিয়া নাই। সি ওচৰৰে জেওৰাৰ পৰা পুৰণা শুকান তমাল এডাল খুলি আনি কুঁজিটো নৰমল্লিকাডালৰ আগৰ লতা কেইডালৰ এডালতে বান্ধি দিয়াৰ যত্ন কৰিলে। শুকান তমালডাল পেচ দিব খোজোতে মাজতে ভাগি দুটুকুৰা হৈ থাকিল। ঠিক সেই সময়তে হাতত চুটিলি ৰচি এডাল লৈ চাঙ্ বঙলালৈ যাবলৈ অহা ককাকে দেখি তাক সুধিলে, "কি অ' মানু? কি বান্ধিছ তেনেদৰে?"

মানসে ককাকৰ ফালে চাই ক'লে, "ককা, এই কুঁজিটো সেই ৰচিডালেৰে বান্ধি দিয়াহিচোন। ন'হলে কেতিয়াবা মোৰ ভৰিত জোঁট

লাগি এইডাল ছিগিয়ে যাব। চোৱাচোন কুঁজিটো কিমান দীঘল হৈছে ?"

ককাকে ৰেলিঙৰ ওপৰেদি চাই ক'লে, "এৰা অ'। ময়ো কেইবাদিনো বান্ধি দিম বুলি ভাবি আকৌ পাহৰিয়ে থাকিলো। ৰহ ৰহ, কুঁজিটো সৌ বাঁহডালত মযে বান্ধি দিওঁ। লতা কেইডালত বান্ধি দিলে সি বগাবলৈ সুবিধা নাপাব।" কথাখিনি কৈ কৈ ককাকে ফুলনিখনৰ ভিতৰলৈ সোমাই আহি হাতৰ ৰচিডালেৰে ওচৰতে টিঙত আঁউজাই থোৱা শুকান বাঁহডালত দুটা গাঁঠি দি কুঁজিটো বান্ধি দিলে। সেই শুকান বাঁহডালৰ আগৰ লতা কেইডালো বান্ধি দিছিল। পিছত লতাকেইডাল বেচ শকত হৈ পুৰণা গাঁঠি খুলি ওলাই গৈছে। এতিয়া সেইকেইডালে নিজে নিজে থিয় হৈ থাকিব পৰা হৈছে। ককাক গুচি যোৱাৰ পিছত মানসে আকৌ এবাৰ পটিকৰ পৰাই বান্ধি দিয়া কুঁজিটোলৈ চালে। শেলাই গজি ডাঠ হৈ পৰা আগৰ লতাকেইডালৰ তুলনাত কুঁজিটোক ইমান পোৱালি পোৱালি লাগিছে ! মানসে মনতে ভাবিলে, আজি পোৱালি যেন লাগিলেও মাক-দেউতাক হালৰ দৰে এদিন ইও এনেকুৱা ডাঙৰ হ'ব। এদিন এইডালেও এনেকৈ অনেক সুগন্ধি ফল ফুলাব।

ভিতৰ চোতাললৈ আহি মানসে দেখিলে ককাকে বাৰাণ্ডাৰ চকী এখনত বহি গুৰগুৰি হোকাৰ নলীডাল মুখত লৈ ধপাত হুপিছে। মুখেৰে তেওঁ গুণ গুণকৈ বুজি নোপোৱাকৈ কিবা গীত এটাও গাই আছে। ৰূপৰ লতা খটোৱা হোকাত খুব আৰাম কৰি কৰি ককাকে ধপাত খায়। মানসে বুজি নাপায় এই ধপাতৰ ধোৱাবোৰ খাইনো ককাকে কিটো পায়। গুৰুৎ গুৰুৎকৈ উঠা মিঠা শব্দটোৰ তালে তালে ককাকৰ নাক-মুখৰ পৰা পাতল নীল বৰণৰ ধোঁৱাবোৰ ওলাই ওপৰলৈ উঠি গৈ নোহোৱা হৈ যায়। পেটলৈ নাযায়ে দেখোন, কিনো সোৱাদটো পায়। আকৌ চিলিমটো জ্বলাই নিওঁতে অলপ পলম হ'লেও দেখোন হাহাকাৰ-খন লাগি পৰে। ককাকৰ মুখৰ পৰা ওলোৱা ধোঁৱাবোৰ নোহোৱা হৈ

যায়, কিন্তু সেই খামাৰী দিয়া ধপাতৰ মহমহীয়া গোন্ধটোৱে কোঠাটো বা বাৰাণ্ডাখন বহু সময়লৈ ওপচাই ৰাখে। এই মহমহীয়া গোন্ধটোত আকৰ্ষিত হৈয়ে মানসে কেবাদিনো চিলিম হুপি চাইছে। আকৌ ককাকে ধপাত খাই থকাৰ মাজতে ক'ৰবালৈ কিবা কৰিবলৈ উঠি গ'লে গুৰ-গুৰিৰ নলিচাডালত মুখ দিও হুপি চাইছে। হুপি চাবলৈ আটাইতকৈ সুবিধা হয় যেতিয়া তেওঁ চিলিমটোত তাক আঙঠা ভৰাই আনিব দিয়ে। হোকাটোৰ মূৰৰ পৰা চিলিমটো উলিয়াই ককাকে তাৰ হাতত দি কয়, "যাচোন মানু, মাৰক কৈ ধপাত চিলিম লগাই আনগৈ।"

মাক বা আইতাক বা ঘুটলে চিলিমটো লগালে সি একান্তমনে চাই থাকে। প্ৰথমতে চিলিমটো মাটিত ওভোতাকৈ দিয়ে। চিলিমটোত থকা নুমোৱা আঙঠাকেইটা, পোৰা ধপাতৰ ছাইখিনি আৰু মাটিৰ ক'লা টিকিৰাটো মাটিত ওলাই পৰে। চিলিমটোৰ ভিতৰত টিকিৰাটো প্ৰথমতে ভালদৰে দি লয়। তাৰ পিছত ওচৰতে থকা ভালুকা বাঁহৰ চুঙাটোৰ পৰা লালি সনা থেপথেপীয়া ধপাত অলপমান চিলিমটোত দি আঙুলিৰে অলপ টিপি দি ঠিক কৰি দিয়ে। শেষত চৌকাৰ পৰা জ্বলি থকা কাঠ খৰিৰ আঙঠা উলিয়াই লৈ এটা-এটাকৈ আঙুলিৰে তুলি হাতৰ তলুৱাত লৈ জোঁকাৰি চিলিমত পলকত তুলি দিয়ে। চিলিমৰ গাঁতটো আঙঠাৰে পূৰ হ'লে কিছু সময় ফুৱাই থাকে। ফুৱাই থাকোতে মাক বা আইতাকৰ মুখখন আঙঠাৰ পোহৰত উজ্জ্বল হৈ উঠে। চিলিমৰ তলেৰে ধোঁৱা ওলাবলৈ আৰম্ভ কৰিলে চিলিমটো মানসৰ হাতত দি কয়, "যা, ফুৱাই ফুৱাই নিবি, নহ'লে নুমাই যাব। নুমাই গ'লে ককাৰে আকৌ হুলস্থুলখন লগাই দিব।" নিৰ্দেশমতেই সি ৰান্ধনিঘৰৰ পৰা চিলিমটো ফুৱাই ফুৱাই বৰঘৰৰ মাজেদি পৰ্টিকত থকা ককাকৰ ওচৰলৈ আহে। বৰঘৰৰ মজিয়াত ইফালে-সিফালে চাই কোনো নথকা যেন পাই সি কেইবাদিনো চিলিমটোৰ তলফালেদি হুপি চাইছিল। প্ৰত্যেকদিনে তাৰ ডিঙিত চৰ্চৰণি লাগি চকুৰ পানী ওলাইছিল, মূৰ ঘূৰি গৈছিল। ইমান তিতা-কেঁহা লাগে, কি যে খায় তাৰ ককাকে এইবোৰ। মাকে

কোৱা কথাই সঁচা, ধপাত সঁচাকৈয়ে বিহ বস্তু। নহ'লেনো পিছি কাটি মাৰিব নোৱৰা জোঁককো সেই গুৰগুৰিটোত থকা পানী ঢালি দিলেই এই ধপাতৰ পানীয়ে এনেদৰে মাৰি পেলাব পাৰেনে? বিহ বস্তু বুলি ডিণ্ডিত চৰ্চৰণি লাগি প্ৰমাণ পোৱাৰ পিছৰে পৰা মানসে আৰু কোনো-দিনে তেনেকৈ চিলিম হুপি চোৱা নাই।

ইমান তিতা, ইমান বিহ বস্তু এটা ককাকে ৰাতিপুৱা শুই উঠাৰে পৰা ৰাতি শোৱাৰ পৰলৈকে কেনেকৈ যে হুপি থাকে! কিবা এটা লিখিবৰ সময়ত বা ভাত খাই উঠাৰ পিছতে ধপাত চিলিম নাপালে তেওঁ বৰ হুলস্থুল লগাই দিয়ে। তেনেই অধৈৰ্যও হৈ পৰে। কথাটো মাকক সোধোতে কৈছিল, "নিচাবোৰ এনেকুৱাই, মানুহে বেয়া বস্তু, শৰীৰৰ কাৰণে ক্ষতিকাৰক বুলি জানিও তাক এৰিব নোৱৰা হৈ খাই থাকে। শৰীৰত নানা ধৰণৰ বেমাৰে দেখা দিলেও খাই থাকে। ফলত বেমাৰ আদি বেছি হৈ গৈ থাকে। সেই কাৰণে কেতিয়াও নিচা খাব নালাগে।" মানসে ভাবি চায়, মাকে কোৱা কথাখিনি তেনেই সঁচা। দেউতাকেও চিগাৰেট খাবলৈ নাপালে বা আইতাকে তামোলখনৰ সৈতে চাধাখিনি খাব নেপালেওতো ককাকৰ দৰে একে হুলস্থুলকে লগাই দিয়ে।

ঠিক এনে ধৰণৰে আৰু এক অন্য নিচা লাগিছিল মানসৰ দেউতাকৰ গাতো। সেই নিচা সমাজ সেৱা, ৰাজহুৱা কামৰ নিচা। দিনক ৰাতি, ৰাতিক দিন কৰি পেটৰ ভাত-পানী এৰিও দেউতাকে সেই ৰাজহুৱা কামবোৰত ঘূৰি ফুৰা হ'ল। ককাকে প্ৰায়ে দেউতাকক কোৱা শুনে, "যিমানে ডাঙৰ কাম নহওক খোৱা-লোৱাৰ সময়টো অন্ততঃ ঠিকে ৰাখিবিচোন পোনা। 'শৰীৰম অদ্যমখলু ধৰ্ম সাধনম, শৰীৰহে আগ কথা। সকলোৰে মূল শৰীৰটো নষ্ট হ'লে সকলো শেষ। এনেয়ে তই পিত্তৰ ৰোগী, খোৱা-লোৱাত অন্ততঃ নিয়মীয়া হবিচোন।"

কেতিয়াবা কাচিৎ দেউতাকে উত্তৰ দি কয়, "তুমি চিন্তা নকৰিবাচোন দেউতা। কষ্ট নকৰিলে ইমান ডাঙৰ কামবোৰ কৰিব নোৱাৰি নহয়। আৰু আজিকালি বাহিৰত দোকানতে চাহ-ভাত সকলো পোৱা

যায়, তোমাৰ দিনৰ দৰে বাহিৰলৈ গ'লে খাবলৈ শুৰি-সান্দহ লগত লৈ যাবলগীয়া দিন নাই দিয়াচোন··· ।”

মানসেও ভাবি আচৰিত হয়, কেনেকৈ যে দেউতাকে ইমানবোৰ কষ্ট কৰিব পাৰে! কেনেকৈ যে দেউতাকে গোটেই দিনটো নলবাৰীৰ কলেজত পঢ়ুৱাই, চাইকেল চলাই ইমানদূৰ বাট আহি আকৌ নিশা এপৰলৈকে গাঁৱৰ সভা সমিতি-আলোচনাবোৰলৈ ওলাই যায়। কেনেকৈনো ইমান দূৰৈৰ চিলং-গুৱাহাটী আদিলৈ গৈয়ে থাকে। এবাৰ বোলে গুৱাহাটীৰ পৰা উত্তৰ গুৱাহাটীলৈ নাৱেৰে ব্ৰহ্মপুত্ৰ পাৰ হওঁতে ধুমুহা-বতাহত নাও ডুবিব খুজিছিল। দেউতাকে কোৱা সেই ঘটনাটো মনত পৰিলেই মানসৰ অন্তৰখন ভয়তে কোঁচ খাই যায়। দেউতাক ঘৰত নেথাকিলে সি খুবেই ভাল পায়, কাৰণ সি মাৰ খোৱাৰ ভয়ৰ পৰা মুক্ত হৈ নিজৰ ইচ্ছাৰে যি মন যায় তাকে কৰি ফুৰিব পাৰে। তথাপি তাৰ ভয়ো হয়, যিজন নিষ্ঠুৰ ভগৱানে তাৰ সমতা বায়েকক বাঢ়ি লৈ গৈছে, সেই ভগৱানজনে যদি তাৰ দেউতাককো মাৰি লৈ যায়, তেনে-হ'লে সিহঁতক কোনে মৰম, শাসন কৰিব, কোনে কাপোৰ-কানি আদি নানান বস্তু আনি দিব, কোনে চাইকেলৰ আগৰ লোহাডাঙ্গত গাৰু বান্ধি দি তাক লৈ ফুৰাব? পিছ মুহূৰ্ততে মানসে সেই ভয় লগা কথাটোৰ পৰা মনটো জোৰ কৰি বেলেগ কথালৈ লৈ যায়।

সমতা বাইদেৱেকৰ মৃত্যুৰ পিছত প্ৰায় তিনি-চাৰিমাহ ধৰি দেউতাকে ঘৰ-সংসাৰৰ কথা প্ৰায় চিন্তা কৰিবলৈকে এৰি দিছে। ৰাতিপুৱাই ওলাই যোৱা দেউতাকে নিশা মানসহঁত শুই পৰাৰ পিছতহে সোমায়হি। কেতিয়াবা চাৰি-পাঁচ দিনলৈ ঘৰত নাথাকেই। মানসহঁতে কেতিয়াবা চকুৰ আগৰ পৰা অকণমান সময় নোহোৱা হ'লেই ককাকে হুলস্থুলখন লগাই দিয়ে, “ক'লৈ গ'ল, ক'লৈ গ'ল” বুলি। কিন্তু দেউতাকে দেখোন চাৰি-পাঁচ দিনকৈ ঘৰত নাথাকিলেও ককাকে একোকে নকয়। বৰং উভতি আহিবৰ দিনা আকৌ ওচৰতে বহুৱাই হাঁহি হাঁহি নানান কথা সুধিহে থাকে।

দেউতাকে কিয় ইমান ঘূৰি ফুৰিছিল, কিয় ইমান ব্যস্ত হৈ আছিল সেইকথা মানসে কিছুদিন পিছত বুজি পাইছিল। স্নেহ বৰুৱা ভোটত জিকাৰ বহুদিন পিছত গাঁৱৰ ডেকা ল'ৰাসকলে আকৌ মুখত 'ৰাইজ-সকল' লৈ ওলাল। সেই ৰাইজ সকলেৰে তেওঁলোকে সিদিনা গধূলি সভা আহ্বান কৰি গ'ল। তাৰ পিছৰে পৰা আকৌ গাঁৱত সেই নিৰ্বাচনৰ সময়ৰতকৈও দেখোন বেছি হুলস্থূল লাগি পৰিল। সেই অঞ্চলৰ ভিতৰতে সিহঁতৰ গাঁৱৰ পুথি-ভঁৰালটো আটাইতকৈ ডাঙৰ আৰু পুৰণি পুথি-ভঁৰাল। সেই পুথি-ভঁৰালটোৰ সোণালী জয়ন্তী উৎসৱ উদ্‌যাপন কৰাৰ বাবেই এইবাৰ আকৌ এনেদৰে গোটেই গাঁওখনতে উখল-মাখল লাগি পৰিল। তিনিদিনিয়াকৈ উদ্‌যাপন কৰা সেই সোণালী জয়ন্তী উৎসৱত অসমৰ বহুত ডাঙৰ ডাঙৰমানুহ আহিছিল, গাড়ী-মটৰ আহিছিল, আৰু নানা ধৰণৰ ৰং-ৰহইচ হৈছিল।

সোণালী জয়ন্তী উৎসৱনো কি বস্তু মানসে বুজা নাছিল। ইয়াৰ মাজতে সিহঁতৰ ঘৰলৈ স্নেহ বৰুৱা অহাৰ দিনা গাঁৱৰ মানুহখিনিৰ লগতে অহা বিদৰ্ভ ককাকে সঘনাই অহা-যোৱা কৰিছিল। তেওঁ এনেকৈ ঘনাই অহাৰ অন্য এটা কাৰণো আছিল। কিছুদিনৰ আগতে দেউতাকে এটা ৰেডিঅ' কিনি আনিছিল। ৰেডিঅ' অনাৰ দিনা গাঁৱৰ সৰহ ভাগ মানুহেই উঠি আহিছিল, কি কথা কোৱা, গীত গোৱা যন্ত্ৰ আনিছে চাবলৈ। ডেৰ মাইল দূৰৈৰ বাছষ্টেওৰ পৰা দেউতাক আৰু খুৰাকে সিদিনা আবেলি ভাৰী এজনৰ হতুৱাই বস্তু দুটা অনাইছিল। ইমান সৰু বস্তু দুটা ভাৰ কৰি অনোৱা দেখি সকলোৱে আচৰিত হৈছিল। ভাৰৰ পৰা নমোৱাৰ পিছত দেউতাকে বস্তু দুটা খুলিলে। দুয়োটায়ে দেখিবলৈ বৰ ধুনীয়া। ডাঙৰটো খুব মিহি উজ্জ্বল ৰঙা কাগজেৰে মেৰিওৱা। গাত কিবা কিবি লিখা থকাৰ উপৰিও আঙঠি এটাৰ মাজেৰে গোঁফ থকা ক'লা মেকুৰী এটা জাঁপ মাৰি যোৱাৰ ছবি এটা আঁকা আছে। আনটো অলপ সৰু, বগা বিস্কুটৰ দৰে ৰঙৰ—সন্মুখটোত কিবা ফুটা ফুটা থকা। বস্তু দুটা থোৱাৰ লগে লগে মানুহবোৰে হাহাকাৰ লগাই

দিছিল, বজাই শুনাবলৈ। মানসৰ দেউতাকে কৈছিল, "আগেয়ে 'ফিট' কৰি লওঁ ৰ'বাচোন, তেতিয়াহে বাজিব।" মানসে অবাক হৈ চাই আছিল, ইমান ধুনীয়া বাকচ দুটাইনো কেনেকৈ কথা ক'ব, কেনেকৈ গীত গাব!

মানসহঁতৰ গৃহভৃত্য ঘুটলেৰ হতুৱাই দেউতাকে দুডাল বাঁহ কটাই আনিলে। দুইডালৰে দুই মূৰে এডাল দীঘল তামৰ তাঁৰ গাঠি দিলে। তাঁৰডালৰ মূৰ দুটাত চাহৰ কাপৰ দৰে বগা ধুনীয়া বস্তু দুটা লগোৱা আছে। তাঁৰডালৰ এটা মূৰত অন্য এডাল পাতল তাঁৰ দেউতাকে লগাই ল'লে। ঘুটলেৰ হতুৱাই চোতালখনৰ দুই মূৰত দুটা গাঁত খান্দি বাঁহ দুডাল পুতি থিয় কৰি দিলে। পাতল তাঁৰডাল দেউতাকৰ নিৰ্দেশ ক্ৰমে ঘুটলে চাং-বঙলাটোৰ খেৰৰ চালিখনৰ তলেদি ঘৰৰ ভিতৰলৈ সুমুৱাই দিলে। দেউতাকে চাং-বঙলাটোৰ এটা চুকত ওখ পীৰা এখনত দুয়োটা বহুৱাই ল'লে। বগা ফুটা থকা বাকচটোৰ পৰা ওলাই যোৱা সৰু তাঁৰ এডাল চাং-বঙলাটোৰ বেৰত থকা ফুটাটোৰে বাহিৰলৈ নি তাৰে মূৰটো মাটিত দ কৈ পুতি দিলে। বাকচ দুটা তেনেকৈ ৰখাত সকলোৱে সুধিলে, "ধুনীয়া ৰঙা বাকচটো পিছৰফালে থ'লে সেইটোৰ পৰা ওলাবলগীয়া কথাবোৰ আমি নুশুনিমেই দেখোন।"

দেউতাকে বগা বাকচটোৰ পৰা আগৰ শকত মূৰটোত তিনিডাল শলা থকা শকত তাঁৰডাল নি ৰঙা বাকচটোত লগাই দি আটাইকে বুজাই ক'লে, "সন্মুখৰটোহে ৰেডিঅ', কথা এইটোৱেহে ক'ব। পিছৰটো বেটাৰীহে। এই বেটাৰীটোৱে ৰেডিঅ'টোক কাৰেণ্ট দিব। ৰেডিঅ'টোৰ চুইচটো খুলি মিটাৰটো মিলাই দিলেই কথা ক'ব।"

কথাবোৰ ক'ৰপৰা আহিব, কেনেকৈ আহিব বুলি কোনোবা এজনে সোধাত দেউতাকে সেয়াও বুজাই ক'লে, "ৰেডিঅ'ক অসমীয়াত 'অনাতাঁৰ' অৰ্থাৎ তাঁৰ নোহোৱাকৈ চলা যন্ত্ৰ বোলে। গুৱাহাটীত অনাতাঁৰ কেন্দ্ৰ আছে। তাৰ পৰা কথাবোৰ মেচিনেৰে জালুকবাৰীলৈ পঠিয়াই দিয়ে। জালুকবাৰীত থকা চুড়াৰে কথাৰ ঢৌবোৰ আকাশলৈ

উৰি গৈ বিয়পি পৰে। বাহিৰত থকা তাঁৰডালত সেই কথাৰ ঢৌবোৰ লাগেহি। ৰেডিঅ'টোৰ চুইচ খুলি দি মিটাৰটো লগাই দিলে সেই কথাৰ ঢৌবোৰ ধৰি লৈ একে কৰি বজাই দিয়ে।" এনেদৰে সেইদিনা গাঁৱৰ মানুহবোৰে ৰেডিঅ'টোৰ বিষয়ে অনেক কথাকে সুধিছিল। সুধিবৰ কথাই, কাৰণ ইমান ডাঙৰ গাঁৱখনত সেইয়াই যে প্ৰথম ৰেডিঅ'!

এনেকৈ কেইবাদিনলৈও গধূলি অনেক মানুহ আহি আছিল ৰেডিঅ' শুনিবলৈকে। ৰেডিঅ'টো অনাৰ পিছদিনা গাঁৱৰ অনেক মানুহ আহিছিল মানসৰ দেউতাকে ৰেডিঅ'ত কোৱা কথা শুনিবলৈ। সেইদিনা মানসেও অত্যন্ত আচৰিত হৈ শুনিছিল, ই আকৌ কেনেকুৱা কথা! দেউতাকে দেখোন হাঁহো হাঁহোকৈ সকলোৰে সন্মুখত বহি আছে আৰু ৰেডিঅ'টোত দেউতাকেই বৰ সুন্দৰকৈ কথা কৈ আছে। ইমানবোৰ মানুহ, কোনোৱে টু শব্দ এটা নকৰাকৈ ৰেডিঅ'টোৰ ফালে এবাৰ আৰু এবাৰ তাৰ দেউতাকৰ ফালে আশ্চৰ্যৰে চাই আছে। কিবা গ্ৰহ-নক্ষত্ৰৰ বিষয়ে দেউতাকে অনেক সময় ধৰি কৈ থকা কথাবোৰ শেষ হোৱাত গাঁৱৰ বয়োবৃদ্ধ কেইজনমানে কোৱা শুনিলে, 'কি দিনকাল পৰিল ঐ বোপাইহঁত। নিজে কোৱা কথা পিছত আকৌ নিজে শুনিব পাৰি, মেচিনে গীত গায়, মেচিনে কথা কয়। কলি কলি, ঘোৰ কলি··· ।"

ৰেডিঅ'টো অনাৰ পিছৰে পৰা বিদৰ্ভ মাষ্টৰ ককাক মানসহঁতৰ ঘৰলৈ এতিয়া সঘনাই অহা হ'ল। বিদৰ্ভ মাষ্টৰ মানসৰ ককাকৰ সম্পৰ্কীয় জেঠেৰী হয় আৰু দেউতাকৰ মোমায়েক হয়। বিদৰ্ভ মাষ্টৰ মানুহজন অত্যন্ত নিৰ্ভীক আৰু খোলা মনৰ। গাঁৱৰ কাৰো ঘৰলৈকে বিশেষ দৰ্কাৰ নহ'লে তেওঁ ফুৰিবলৈ নাযায়। সৰহভাগ সময় গাঁৱৰ ঠিক মাজভাগতে থকা তেওঁৰ বালিকা প্ৰাইমাৰী স্কুলখন আৰু খেতি-বাতি লৈয়ে ব্যস্ত হৈ থাকে। আজি-কালি এই মাষ্টৰ ককাক সদায়ে পুৱা-গধূলী মানসহঁতৰ ঘৰলৈ একোবাৰকৈ আহে। আহিয়ে তেওঁ-

ডাং-বঙলাটোত থকা ৰেডিঅ'টোৰ ওচৰলৈ গৈ ভালদৰে শুই লয়। ৰেডিঅ'টোৱে কৈ থকা কথাবোৰ খুব মনোযোগ দি শুনি থাকে। কোনোবাই কিবা সুধিলেও তেওঁ 'হু' আৰু 'অ' 'অ'তকৈ বৰ বেছি একো উত্তৰ নিদিয়ে।

সিদিনা গধুলি তেওঁ এনেদৰে শুই শুই ৰেডিঅ' শুনি থকাৰ মাজতে মানসৰ দেউতাকে সুধিলে, "মাষ্টৰ মামা, তুমি যে কৈছিলা আমাৰ এই মানুহ পঢ়োৱাৰ দায়িত্ব ল'ম বুলি, পিছে কি কৰিলা? কিবা কৰাৰ কথা ভাবিছানে? মইতো চাবলৈকে সময়ে নোপোৱা হ'লো।"

মাষ্টৰ ককাকে তেওঁৰ গলগলীয়া ডাঙৰ মাতটোৰেই উত্তৰ দিলে, "হ'ব ৰবা, হ'ব ৰ'বা পিতা, তুমি চিন্তা নকৰিবাচোন। মই কালিৰে পৰা তাৰ দায়িত্ব ল'ম।" তেওঁৰ বুকুৰ পকা নোমবোৰ লিৰিকি-বিদাৰি শুই থকা মানসৰ গাত হাত এখন থৈ মাষ্টৰ ককাকে ক'লে, "তুমি মন কৰিছানে এই কেইদিনমানতে সি মোৰ সৈতে কেনেকৈ লগ হৈ পৰিছে। তুমি তাৰ সম্পূৰ্ণ দায়িত্ব মোৰ ওপৰত এৰি দিয়া, মই তাক পাকৈত কৰিহে এৰিম।"

"এনেকৈ কাষত শুৱাই, কোলাত লৈ নে অন্য কিবা পদ্ধতিৰে তাক পাকৈত কৰিম বুলি ভাবিছা মাষ্টৰ মামা?" দেউতাকে হাঁহি হাঁহি সুধিলে।

মাষ্টৰ ককাকেও হাঁহি হাঁহিয়ে উত্তৰ দিলে, "শুৱাই বা কোলাত বহুৱাই নহয়। গাঁৱৰ ফুৰাবলৈ নি, মোৰ ঘৰত নি খেলিব দিহে তাক পঢ়ুওৱাৰ কথা ভাবিছো ৰ'বা।"

"তেনেহ'লে হ'ল আৰু।" দেউতাকে কৈ গ'ল, "এনেয়ে ঘৰৰ বাহিৰ নোলাওঁতেই তাৰ উৎপাতত ঠাই নাই। এইবাৰ গাঁও ফুৰিলে হ'ল আৰু। পিঁজৰা ভগা বাঘৰ ভয়ত পলোৱাৰ দৰে আমিও আটায়ে পলাবলগীয়াহে হ'ব।"

"মই তাক লিখা-পঢ়াত বাঘ কৰিহে এৰিম। তুমি চাই থাকাচোন

পিতা, সি এদিন সঁচাকৈয়ে বৰ ডাঙৰ মানুহ হ'ব। তাৰ চাল-চলন আৰু হাতৰ আখৰ আদি সম্পূৰ্ণ বেলেগ। সি এঙাৰেৰে বেৰত লিখা আখৰ দুটামান মই দেখিছিলো। ইমান কম বয়সৰ ল'ৰাৰ ইমান সুন্দৰ আখৰ মই কাবোৱে দেখা নাই।" কথাখিনি কৈ মাষ্টৰ ককাক আৰু দেউতাকে ৰেডিঅ'টোত আৰম্ভ হোৱা বাতৰিটোত মন দিলে।

পিছদিনাৰ পৰা মাষ্টৰ ককাকে সদায় পুৱা আৰু আবেলি আহি মানসক লগত লৈ ফুৰাবলৈ নিয়া কৰিলে। ৰাতিপুৱা তেওঁ মানসক বৰ বেছি দূৰলৈ নিনি তেওঁৰ ঘৰলৈকে লৈ যায়। মাষ্টৰ ককাকৰ আইতাক বৰ ধেমেলীয়া। তেওঁ প্ৰায়ে মানসৰ লগত ধেমালি কৰি অনেক সময় কটাই দিয়ে আৰু মানসে ভাল পোৱা ফল-মূল, পিঠা-লাডু আদি খুৱায়। মানসতকৈ অলপ ডাঙৰ অণিমা পেহীয়েকক মাষ্টৰৰ ঘৰত পাই সি তাৰ হেৰাই যোৱা সমতা বায়েকক পোৱা যেন পালে। তাইৰ সৈতে সি সমতা বায়েকৰ লগত খেলাৰ দৰে চোৰ-পুলিচ, ঘৰ-ঘৰ, লাচ আদি খেলা খেলি থাকে। ঠিক এই সময়তে আৰম্ভ হ'ল গাঁৱৰ পুথি-ভঁৰালৰ সোণালী জয়ন্তী উৎসৱ। মানসে সেই আটাই-কেইদিনে তাৰ মাষ্টৰ ককাকৰ লগত থাকিয়ে সোণালী জয়ন্তী উৎসৱ চালে।

মাষ্টৰ ককাকৰ লগত ফুৰিবলৈ যাওঁতে দেখিছিল সি, গাঁৱৰ ধনী-দুখীয়া প্ৰত্যেকঘৰ মানুহেই পদূলিবোৰ চাচি-চুকুকি ধুনীয়া কৰি লৈছিল। প্ৰত্যেকেই ঘৰৰ বেৰ আৰু পদূলিত থকা নাৰিকল, তামোল, বকুল আদি গছৰ গাত চূণ দিছিল। সোণালী জয়ন্তী উৎসৱৰ আৰম্ভণীৰ দিনা প্ৰত্যেক ঘৰ মানুহেই পদূলিত কলপুলি রুই ফুলেৰে সজাইছিল। মানসৰ এনেহেন লাগিছিল যেন গাঁৱৰ প্ৰত্যেকঘৰ মানুহৰ ঘৰত বিয়াহে পাতিছে। উৎসৱৰ আৰম্ভণীৰ দিনা স্নেহ বৰুৱাতকৈও গহীন-গম্ভীৰ মানুহ এজনৰ লগতে অনেক কেইজন মানুহক গাঁওৰ বয়সস্থ লোক সকলে আদৰি আনিছিল। হাত এখনত ধৰি সেই আদৰণিৰ মানুহৰ মাজত থিয় হৈ থকা মাষ্টৰ ককাকক সি সুধিছিল সেইজন মানুহ কোন? মাষ্টৰে তাক কৈছিল, "সেইজন আমাৰ এই অসমখনৰ আটাইতকৈ ডাঙৰ মানুহ,

মুখ্যমন্ত্ৰী শ্ৰীঅমল চলিহা।” মানসৰ ভাগৱত ককাকে সেই মানুহজন গাড়ীৰ পৰা নমাৰ পিছত, সেই গাঁৱৰ সীমাতে, হাতত লৈ থকা চাকি-বন্তি জ্বলোৱা তামৰ থালখনৰ পৰা চাউল, ফুল, দুবৰি তেওঁৰ মূৰত মন্ত্ৰ মাতি মাতি দিছিল। কপালত সুন্দৰ তিলক এটা দি তেওঁ দীঘলীয়া শ্লোক এফাকি মাতিছিল। গাঁৱৰ সংকীৰ্তন দলটোৱে সংকীৰ্তন গাই গাই মুখ্যমন্ত্ৰী আৰু সেই মানুহখিনিক আগে আগে লৈ গাঁৱৰ মাজেৰে খোজ কাঢ়ি আহি আছিল। গাঁৱৰ পথৰ দুইকাষে শাৰী পাতি থকা অজস্ৰলোকে তেওঁক নমস্কাৰ জনাইছিল। মুখ্যমন্ত্ৰীজনাইও সেই সমবেত ৰাইজৰ প্ৰত্যেককে নমস্কাৰ জনাই জনাই আগবাঢ়িছিল। প্ৰত্যেকটো পদূলিতে ককাকৰ দৰে থাল লৈ থকা মাইকী মানুহবোৰে মুখ্যমন্ত্ৰী-গৰাকীৰ গালৈ ফুল, চাউল আৰু দুবৰি মুঠি মুঠিকৈ চটিয়াই দিছিল আৰু মুখেৰে উৰুলি দিছিল।

এনেকৈ আহি আহি মুখ্যমন্ত্ৰীগৰাকীৰে সৈতে সকলো মানুহেই স্কুল ঘৰৰ সন্মুখৰ বিৰাট চোতালখনত পতা সভাস্থলীত সোমাইছিলহি। মানসে কোনোদিনে নোসোমাও বুলি শপত খোৱা সেই স্কুলখনত মাষ্টৰ ককাকৰ বাবেই সোমাবলগীয়া হ'ল। পকুৱাৰ দৰে হাজাৰ হাজাৰ মানুহে 'ৰাইজ সকলৰ' দৰে মাইকত কোৱা সেই 'ডাঙৰ' মানুহবোৰৰ কথাবিলাক নিৰৱে শুনিছিল। তেওঁলোকে কথা কোৱা শেষ কৰিলেই মানুহবোৰে বহু সময়লৈ হাতেৰে চাপৰি বজাইছিল। নিশা আকৌ নাচ-গান অভিনয় আদি চলিছিল। সেই তিনিদিন ধৰি এনেকৈ চলি থকা সভা, নাচ-গান, খোৱা-লোৱা আদিৰ মাজত মানসে অনবৰতে দেউতাকক লক্ষ্য কৰি গৈছিল। চোলাৰ বুকুত পিন মাৰি লোৱা কাপোৰৰ ফুলৰ দৰে ফিটা থকা 'বেজ' নামৰ বস্তুটো অন্যতকৈ দেউতাকৰটো বহুত ডাঙৰ আছিল। কেইবাদিনো ধৰি দেউতাকে ঘৰতো সোমাব পৰাই নাছিল, আনকি সভাত বহি থকা সময়তো তেওঁ সুস্থিৰে থাকিব পৰা নাছিল। সভাৰ মঞ্চত বহি থাকিয়ে তেওঁ বিভিন্নজনক বিভিন্ন নিৰ্দেশ দি গৈছিল।

এই বিৰাট আয়োজন, সভা-সমিতি, প্ৰদৰ্শনী আদি দেখি বাহিৰৰ পৰা অহা সেই প্ৰত্যেকজন ডাঙৰ মানুহেই 'মাইকত' কৈছিল, "অনেক ডাঙৰ ডাঙৰ অনুষ্ঠান-প্ৰতিষ্ঠানৰ সোণালী জয়ন্তীও ইমান আড়ম্বৰপূৰ্ণ ইমান সুন্দৰ হোৱা দেখা নাছিলো।" সোণালী জয়ন্তী উৎসৱ দেখাৰ পিছতহে মানসে বুজিব পাৰিছিল, কিয় দেউতাকে ইমান দিন ধৰি ঘৰৰ পৰা বাহিৰত ইমান ব্যস্ত হৈ আছিল।

সেই কেইদিন মানসহঁতৰ ঘৰখনেও সম্পূৰ্ণ বেলেগ ৰূপ লৈ উঠিছিল। সকলো ফালেই ইমান চাফ-চিকুণ, ইমান পৰিপাটি। এই সভালৈ অহা অনেক কেইগৰাকী ডাঙৰ মানুহ মানসহঁতৰ ঘৰতে থাকি গৈছিল। মতা মানুহকেইজনক চাও বঙলাত থকাৰ সুন্দৰ ব্যৱস্থা কৰি দিছিল। কিন্তু মাইকীমানুহ তিনি গৰাকীক মানসহঁতৰ শোৱা কোঠাটোতে থাকিব দিছিল। সেই মানুহ কেইগৰাকীয়ে তাক অনবৰতে লগত ৰাখি নানান কথা সুধি সুধি ব্যতিব্যস্ত কৰি ৰাখিছিল। প্ৰত্যেক গৰাকীৰে মাত-কথাবোৰ তাৰ মাক-আইতাকহঁততকৈ অনেক বেছি মিঠা আছিল। "সোণটো", "ময়নাটো", "জানটো" আদি শব্দ নোকোৱাকৈ তেওঁলোকে তাৰ লগত কথাই নকয়। শব্দবোৰ শুনি তাৰ কিবা লাজ লাজো লাগি গৈছিল। সেই ডাঙৰ মানুহ কেইগৰাকীৰ এগৰাকী আছিল তাৰ আইতাকৰ বয়সৰ আৰু আন দুগৰাকী আছিল তাৰ মাকৰ বয়সৰ। তিনিও গৰাকীয়ে মতা মানুহকেইজনৰ দৰেই মাইকৰ আগত থিয় হৈ হৈ খুব বক্তৃতা দিছিল আৰু শুনি থকা হেজাৰ মানুহে হাত চাপৰি বজাইছিল। আটাইকেইদিনে যে মাছ মাংস, লাড়ু, পিঠা, ফল-মূল মানসহঁতে ইমান খাইছিল......।

সোণালী জয়ন্তী উৎসৱ হৈ যোৱাৰ পিছত মাষ্টৰ ককাকে মানসক আকৌ পুৱা-গধূলি লগত লৈ ফুৰা কৰিলে। ইতিমধ্যে মাষ্টৰ ককাকৰ সৈতে মানসৰ বেছ গাঢ় সম্পৰ্ক এটা গঢ়ি উঠিছে। এতিয়া সি সদায় বাট চাই থকা হ'ল মাষ্টৰ ককাক কেতিয়া আহি পায় তাক ফুৰাবলৈ নিবলৈ। সোণালী জয়ন্তী পাৰ হৈ যোৱাৰ কেইদিনমান পিছলৈ সি

মাষ্টৰ ককাকক সেই বিষয়ে অনেক কথাকে সুধি গৈছিল। মাক-দেউতাকহঁতকৈ অনেক সুন্দৰকৈ মাষ্টৰ ককাকে তাক কথাবোৰ বুজাই কৈছিল।

এদিন বাতিপুৱা ফুৰিবলৈ যাওঁতে মাষ্টৰ ককাকে কথা কৈ কৈ গোকুল ককাকহঁতৰ পদূলিত অলপ ৰ'ল। পদূলিটোৰ বিপৰীত ফালে থকা বস্তিটোৰ কল এচোপলৈ আঙুলিয়াই দি সুধিলে, "মামু, সৌডাল কিহৰ গছ অ' ?"

মানসে সেইফালে চাই দেখিলে যে এঠোক চেনীচম্পা কলৰ দুই-এটা পকিবলৈ ধৰিছে, মাষ্টৰ ককাকে সেই কলঠোকলৈকে আঙুলিয়াই দিছে। মানসে আৰু এবাৰ ভালদৰে চাই ল'লে, কল এঠোক নে সমতা বায়েকে দেখাৰ দৰে দুঠোক নাই এথোকেই আছে। মানসে এইবাৰ নিঃসংকোচে উত্তৰ দিলে, "কলগছ মাষ্টৰ।"

বিদৰ্ভ মাষ্টৰ মানসৰ ভাগৱত ককাকৰ মৃৎ ভাই-বোৱাৰীয়েকৰ ককায়েক জেঠৈৰী হয়। বয়সত সৰু বাবে তেওঁ বিদৰ্ভ মাষ্টৰক মাষ্টৰ বুলিয়ে মাতে। ককাকে মতা বাবেই নে কি কথা, মানসেও তাৰ মাষ্টৰ ককাকক ককা নুবুলি অকল মাষ্টৰ বুলিয়ে মাতে।

মাষ্টৰ ককাকে তাৰ উত্তৰটোকে আকৌ ক'লে, "কলগছ নহয় ? আমাৰ ঘৰত বুজিছ বৰ ডাঙৰ জাহাজী কল এঠোক পকি আছে। তাৰে যিমান খাব খোজ সিমান তোক হেঁপাহ পলুৱাই খাবলৈ দিম। বাৰু তই আকৌ কচোন গছডাল কি গছ বুলি কৈছিলি ?"

মানসে আকৌ উত্তৰ দিলে, "কলগছ। কলগছ বুলি কৈছো।"

মাষ্টৰে ক'লে, "বাৰু। এইবাৰ তই লাহে লাহে কৈ চাচোন কি কি আখৰ কৈছ ? ক, ল, গ আৰু ছ। মাষ্টৰ ককাকৰ মুখে মুখে মানসেও তেনেকৈ কৈ গ'ল। এনেকৈ কথা কৈ কৈ মানসহঁতে মাষ্টৰ ককাকৰ ঘৰ পালেহি। মাষ্টৰ ককাকহঁতৰ আইতাকে পদূলিতে দুয়োকে দেখি মানসলৈ উদ্দেশ্য কৰি ক'লে, "অ', মোৰ প্ৰাণনাথ আহিছা ? আহা আহা, অলপ পিছতে মোক এৰি গোটেই-সোপাই

স্কুললৈ গুচি যাব। তুমি আৰু মইয়ে এই বৃন্দাবনত ৰাধা-কৃষ্ণৰ কেলি খেলি থাকিম আহা।”

মাষ্টৰ ককাকে অলপ হুটা সুৰতে ঘৈণীয়েকক ক'লে, “এহ হে, বৰ ৰাধিকাজনী ওলাইছে। যোৱা যোৱা, ল'ৰা-ধেমালিখন কৰি থাকিব নেলাগে। আগেয়ে কল দুটা লৈ আহাচোন।”

মাষ্টৰ ককাকে কোঠাৰ মজিয়াত ঢাৰি এখন পাৰি তাৰ লগতে বহি ফলিত বৰ ধুনীয়াকৈ কল এটা আঁকিলে। ইতিমধ্যে আইতাকে তাক আচল কালো থাবলৈ আনি দিয়াত সি সেই কল দুটাৰে সৈতে ফলিত অঁকা কলটো মিলাই চালে। একেবাৰে একে হৈছে। মাষ্টৰ ককাকে তাক সেই কলৰ ছবিটোৰ ওপৰে ওপৰে আঁকিব দিলে। সি আঁকি উঠাৰ পিছত তেওঁ সুন্দৰ গোট-গোট আখৰেৰে ‘কল’ বুলি লিখি তাক বুজাই ক'লে, “চা মানু। ইমান ধুনীয়া, ইমান সোৱাদ বস্তুটো লিখিবলৈ হ'লে এই দুটা আখৰ লাগে। এইটো ক আৰু এইটো ল— দুয়োটা লগ লাগি হ'ল কল। মানসে অলপ যত্ন কৰিয়ে দুয়োটা আখৰেই খুব সহজেই লিখি পেলালে। ইয়াৰ পিছত মাষ্টৰে কল গছ এডাল আঁকি তাৰ তলত ‘গছ’ বানানটো লিখি ‘গ’ আৰু ‘ছ’ টো, ঘৰ এটা আঁকি ‘ঘ’ আৰু ‘ৰ’ আখৰটো লিখিবলৈ শিকালে। এনে ধৰণে নানান কৌশল খটুৱাই তেওঁ মানসক এটা-দুটাকৈ আখৰবোৰ শিকাব ধৰিলে। কিছুদিনৰ ভিতৰতে মাষ্টৰ ককাৰৰ সৈতে গঢ়ি উঠা মধুৰ সম্পৰ্কটো তেওঁ কোৱা মতে আখৰবোৰ নিশিকিলে নষ্ট হৈ যোৱাৰ ভয়ত আৰু তেওঁৰ লগত ফুৰাৰ পৰা বঞ্চিত হোৱাৰ ভয়ত মানসে এটা-দুটাকৈ লিখিব আৰু পঢ়িব শিকিলে।

অন্য এদিন মাষ্টৰ ককাকে তাক বহুতো ছবি থকা কিতাপ এখন তাৰ হাতত দি ক'লে, “মানু, ইয়াত থকা ছবিবোৰৰ মানুহবিলাকক চিনি পাৱনেকি চাচোন।”

মানসে ওপৰৰ পাতটো লুটিয়াইয়ে অবাক হৈ ক'লে “মাষ্টৰ এইজন দেখোন আমাৰ গাঁৱৰ সোণালী জয়ন্তীলৈ অহা মুখ্যমন্ত্ৰীজন। এইয়া,

এইয়া মোক যে কোলাত লৈছিল, আজি-কালি যে দিল্লীত থাকে সেই স্নেহ বৰুৱাৰ দেখোন। এইকেইগৰাকী দেখোন সোণালী জয়ন্তীত আনহাতে আমাৰ ঘৰত থাকি যোৱা মানুহ কেইগৰাকী। আকৌ এইখন দেখোন আমাৰ দেউতাৰ। কি কিতাপ মাষ্টৰ, এইখন, এনেদৰে সকলোৰে ছবিবোৰ আছে যে?"

"এইখন কিতাপ সোণালী জয়ন্তীৰ স্মৃতি গ্ৰন্থ।" তাৰ প্ৰশ্নৰ উত্তৰটো দি মাষ্টৰে তাক পুনৰ সুধিলে, "এওঁলোকৰ এই ইমান ধুনীয়া ফটোবোৰ কিয় ওলাইছে জান? এওঁলোকে প্ৰত্যেকজনে বহুত পঢ়া-শুনা কৰি বৰ ডাঙৰ মানুহ হৈছে। সেই কাৰণেহে এই ফটোবোৰ ওলাইছে।"

"মইও তেনেকুৱা ডাঙৰ মানুহ হ'লে মোৰো ফটো এনেকৈ ওলাব নে মাষ্টৰ?" মানসে মাষ্টৰক সুধিলে মাষ্টৰে "অ' ওলাবতো" বুলি উত্তৰটো দি আকৌ বেলেগ কেইখনমান কিতাপ উলিয়াই তাক দেখুৱাই গ'ল। "এইখন চা, এইখন স্নেহ বৰুৱাই লিখা কিতাপ। চা তেওঁৰ ফটো আছে। এইখন ৰত্নময়ী দেৱীয়ে লিখা, আইতাৰৰ বয়সৰ মানুহজনী আহিছিল যে তেওঁ লিখা। এইখন কিতাপ খুব ভাল হৈছে, সেইবাবে এইখনত তেওঁ ভাৰতৰ আটাইতকৈ ডাঙৰ মানুহ ৰাষ্ট্ৰপতিৰ পুৰস্কাৰ পাইছে। আৰু এইখন চা, নীলাঞ্জনা বৰদলৈৰ কবিতাৰ পুথি। এইখন তেওঁৰ ছবি হয়নে?"

মানসৰ মনটো আনন্দ আৰু বিস্ময়েৰে ভৰি পৰিছিল। ইমান সুন্দৰ ছবিৰ মানুহবোৰে সোণালী জয়ন্তীত আহোতে কথা কোৱাৰ দৰেই কথা ক'ব যেন লাগিল মানসৰ। সি বিস্ময়েৰে সুধিলে, "মাষ্টৰ, আমাৰ দেউতাই দেখোন এওঁলোকৰ দৰে কিতাপ লিখাই নাই। কিতাপ নিলিখাকৈ এই কিতাপ লিখা মানুহবোৰৰনো কেনেকৈ লগ হ'ল তেওঁ?"

মাষ্টৰ ককাকে অলপ সময় কিবা এটা চিন্তা কৰি ক'লে, "তোৰ দেউতাৰে এতিয়াহে কিতাপ লিখা নাই, পিছত লিখিব। দেউতাৰে

আমাতকৈ বহুত বেছি পঢ়া-শুনা কৰি আহিছে। বেনাৰসত বহু বছৰ আছিল নহয় তেওঁ পঢ়িবলৈ গৈ। সিদিনা যে আমি আটাইয়ে ৰেডিঅ'ত তেওঁ পঢ়ি যোৱা কথাবিলাক শুনিছিলো সেইবোৰ তেওঁ লিখা কথাই। সেইবোৰেৰেই দেউতাৰে পিছত কিতাপ লিখি উলিয়াব। তেওঁ বাহিৰত থাকি বহুত পঢ়া-শুনা কৰি আহিছে বাবে সকলোৱে তেওঁক ভাল পায়, তেওঁৰ কথা শুনে, তেওঁক মৰম কৰে, শ্ৰদ্ধা কৰে।"

"মোকো তেনেকৈ মৰম কৰিবনে, মোৰো কথা সকলোৱে শুনিবনে মাষ্টৰ?" মানসে বিস্ময় প্ৰকাশ কৰি সুধিলে।

মাষ্টৰ ককাকে তাৰ মূৰটো পিহি দি ক'লে, তইও যদি দেউতাৰৰ দৰে অনেক পঢ়ি-শুনি ডাঙৰ মানুহ হৱ তেনেহলে সকলোৱে তোৰো কথা শুনিব তোকো মৰম কৰিব। মুখ্যমন্ত্ৰী অমল চলিহা, কবি নীলাঞ্জনা বৰদলৈ, ৰত্নময়ী দেৱীক যে আমি ফুল, চাউল, দুবৰি ছটিয়াই ইমান মানুহে আদৰি অনিছিলো তোকো তেনেকৈ হেজাৰ হেজাৰ মানুহে আদৰি নিব।"

মানসে কিছু সময় মনে মনে থাকি চিন্তা কৰিলে। তাৰ পিছত তাৰ ওচৰতে থকা কিতাপখন মাষ্টৰ ককাকলৈ আগবঢ়াই দি ক'লে, আজি মাষ্টৰ তুমি মোক গোটেইখন ক ফলা শিকাই দিব লাগিব। মই আজিৰে পৰা খুব মন দি পঢ়িম। মোৰ কথা যে কোনোৱে নুশুনে, কোনোৱে মোক তেনেকৈ মৰমো নকৰে। মই দেউতাকতকৈও ডাঙৰ মানুহ হ'ম। মুখ্যমন্ত্ৰীৰ দৰে ডাঙৰ মানুহ হৈ সকলোৱে মৰম ল'ম সকলোৱে মোৰো কথা শুনিব লাগিব।"

## ॥ ন ॥

চাফা কেৰাচিনেৰে জ্বলোৱা লেম্পটো টেবুলত লৈ মানসৰ ককায়েক অপৰ্ণে অকলেই পঢ়িবলৈ লৈছে। পূৱৰ ফালৰ কোঠাটোত খুৰীয়েকে তেওঁৰ ল'ৰা-ছোৱালীকেইটাক লাল কেৰাচিনৰ চাকি জ্বলাই দি মাটিত থৈলা পাৰি বহি পঢ়িবলৈ দিছে। ককায়েক অৰ্পণ আৰু আটাইকেইটা ভায়েক-ভনীয়েকে সিহঁতৰ ঘৰৰ ওচৰৰে মজলীয়া স্কুলখনত পঢ়ে। আটাইকেইটা ল'ৰা-ছোৱালীয়ে এনেদৰে পঢ়িব লোৱা দেখি মানসৰো পঢ়িবলৈ মন গ'ল। সি ফলিখন আৰু কিতাপ দুখন লৈ ককায়েকৰ ওচৰলৈ গৈ ক'লে, "দাদা, ময়ো পঢ়োঁদে ইয়াতে।"

ককায়েকে চকুকেইটা পকাই তালৈ কঢ়াকৈ চাই ধমকি দি ক'লে, "যাবিনে ইয়াৰ পৰা? কালিলৈ মোৰ অংকৰ পৰীক্ষা আছে। মোক দিগদাৰি কৰিলে মই এক চৰত তোৰ কাণ ফালি পেলাম। যা ইয়াৰ পৰা।"

"কেনে কৰে এইপাটে।" বুলি কৈ মানসে ককায়েকৰ ওচৰৰ পৰা আঁতৰি আহি কাষৰ বিছনাখনত ফলি-কিতাপখিনি থ'লে। মানসে জানে ককায়েকৰ লগত তৰ্ক কৰি লাভ নাই। সি তেনেকুৱাই, কোনো কথাতে তাক লগ দিব নোখোজে। ককাকে গম নোপোৱাকৈ, মানসক বাদ দি ককায়েকে বাকী আটাইকেইজন ভায়েক-ভনীয়েকক লগত লৈ গৈ চাঙ-বঙলাটোৰ ভিতৰত সোমাই দুৱাৰ-খিৰিকি বন্ধ কৰি লৈ নানান খেল খেলি উৎপাত কৰি থাকে। ককায়েকে লগত যাব নিদিলেও তাৰ শিশু মনটোও ঢাল খায় সেই পিনে। কিন্তু সি জানে, চাঙ-বঙলাত সোমাই এনেকৈ উৎপাত কৰি থাকিলে ককাকে খুব বেয়া পায়। চাঙ-বঙলাটোৰ আলমাৰীকেইটাত নতুন-পুৰণি অনেক পুথিৰে ঠাই খাই আছে। সিহঁতে সোমাই এই পুথিবোৰ নষ্ট কৰে বুলিয়ে ককাকে এ কামটোত খুব বেয়া

পায়। ককাকে বেয়া পোৱা কাম মানসে জানি-শুনি কেতিয়াও নকৰে। সেয়েহে ককায়েকহঁতৰ লগত খেলিবলৈ ইচ্ছা গ'লেও সি কেতিয়াও চাঙ-বঙলালৈ নাযায়। সি জানে তাৰ ককায়েকটো দেখোতেহে তেনেই নিবোকা চামোন হৈ থাকে, আচলতে সি মহা টেণ্টন। আইতাকে লুকাই থোৱা লাৰু-পিঠা আদি ৰান্ধনিঘৰৰ সেই লক্ষণ-ৰেখাৰ দৰে থকা সীমা পাৰ হৈ গৈ চোৰ কৰি আনি মনে মনে অকলে খায়। কিবা কিতাপ এখন পঢ়ো বুলি ককাকৰ পৰা চাবি নি চাঙ-বঙলাৰ তলা খুলি আলমাৰীত থকা তুঅনা, সিকি আদি চোৰ কৰি দোকানৰ পৰা বিস্কুট-চকলেট কিনি আনি মনেমনে অকলেখায়। এই হেৰোৱা লাৰু, পিঠা, পইছা আদিৰ কথা সুধিলে সি একোকে নজনাটো হৈ দেখুৱায়। এনেকৈ এটি-দুটিকৈ নি নি পিতলৰ লোটা এটাত থকা এক লোটা খুচুৰা পইছা শেষ কৰি পেলোৱাত খঙতে ককাকে আজি-কালি তাক ভালদৰে মাত-বোলেই নকৰা হৈছে।

মানসে ঘৰত এনেয়ে নপঢ়েই, পঢ়িব নোখোজেই। আজি পঢ়িব খোজা সত্ত্বেও ককায়েকে তাক ধমকি দি খেদি পঠিয়াব খোজাত ভিতৰি-ভিতৰি তাৰ বৰ খং উঠিল। পৰীক্ষা অকল ককায়েকেহে দিবনে? সিওতো কালিলৈ পৰীক্ষা দিবলৈ যাব, মাষ্টৰ ককাকে আজি তাক কিমান পঢ়ুৱাইছে, কালিলৈ সেইবোৰ হেনো পৰীক্ষাত লিখিব লাগিব। ককায়েকটো বৰ আপোনপেটীয়া, সি অকলে অকলে বস্তুবোৰ খায়, ভাল ভাল বস্তুখিনি আগেয়ে নিজৰ কৰি লয়। এতিয়া দেউতাকৰ টেবুলখনত লেম্প জ্বলাই অকলেহে পঢ়িব, তাক লগ দিলে তাৰ আধা ক্ষয় যায়। ফলি-কিতাপখিনি থওঁতে মানসে বিছনাৰ ওচৰৰ বেৰখনৰ কাষতে আওজাই থোৱা টেকেলি এটা দেখিলে। মানসে ককায়েকৰ দুৰ্বলতাটো ভালকৈয়ে জানে। চকু পকাই, চৰিয়াই কাণ ফালিব খোজা ককায়েক অৰ্পণৰ এই আপোনপেটীয়া স্বভাৱটোৰ প্ৰতিশোধ ল'বলৈকে সি বেলেগ বুদ্ধি এটা কৰিলে।

মানসে টেকেলিটো টেবুলখনৰ ওপৰত তুলি দি ককায়েকৰ ফালে অলপ হলাই দি ক'লে, "দাদা, এইটো কি চাচোন।"

তল মুৰ হৈ পৰি থকাৰ পৰাই মুৰটো অকণমান দাঙি টেকেলিটোৰ ফালে চাই অৰ্পণে লগে লগে চকু দুটি মুদি চিঞৰিব ধৰিলে "অ' মা, মোক খালে ঐ। অ' মা, মানুক চাহিচোন, অ' আইতা টেকেলিটো লৈ যাহি, মোক সেইটোৱে খাই পেলাব।"

ককায়েকৰ ভয় দেখি মানসে কিৰিলি পাৰি হাঁহি হাঁহি ক'লে, "ফাল, কাণ ফালি দিম বুলি কৈছিলি দেখোন চৰিয়াই। নাফাল কিয়?" এই বুদ্ধিটো সি আইতাকৰ পৰা আগতেই শিকি থৈছিল, মাথো তাক প্ৰয়োগহে কৰা নাছিল। ককায়েকে খালি টেকেলিৰ ভিতৰলৈ চাব নোৱাৰে, চালে সেইটোৱে তাক খাই পেলাব বুলি বৰ ভয় কৰে। সি ককায়েকক আকৌ সকীয়াই দিলে, "আৰু তেনেকুৱা বেয়া কথা ক'বিনে মুখেৰে? চৰত কাণ ফালি দিম বুলি নকওঁ বুলি ক।"

কথা কৈ আছিল যদিও মানসে মন কৰি আছিল ঢেকীশালৰ পিনেহে। ঢেকীৰ চাব বন্ধ হোৱা শুনি মানসে বুজি পালে যে এইবাৰ মাক আহি আকৌ তাকেই কাণচেপা দিবহি। অলপ পিছতেই ভৰা মতে মাকে বৰ-ঘৰৰ মজিয়াৰ পৰা মাত দিলেহি, "মানু, ৰ'হ তোক। নিজেতো নপঢ়ই তাকো দিগদাৰিখন কৰি আছহি।" টেবুলত টেকেলিতো তেনেকৈ এৰি থৈ মানসে মাকৰ গাৰ কাষেদিয়েই তিৰতিৰাই লৰ মাৰি বাহিৰ ফালৰ পৰ্টিক পালেহি। তৰ্জন-গৰ্জন কৰি অহা মাকে এন্ধাৰতে তেওঁৰ কাষেদি পাৰ হৈ যোৱা মানসকে দেখিছিল। কিন্তু তাক মাৰিলে আৰু এখন হুলস্থুল লাগি পৰি থকা কেইটাইও নপঢ়াহে হ'ব। সেয়েহে তেওঁ তাক একো নকৰি ওলাই যাবলৈ দি ডাঙৰ পুতেকৰ ওচৰলৈ গ'লগৈ। অৰ্পণক নিৰ্ভয় দি মাকে কোৱা শুনিলে মানসে, "একো নহয় দে, মই টেকেলিটো বাৰু লৈ যাওঁ। তই মন দি পঢ়, ভয় নকৰিবি। দেউতাৰে আহিলে তাৰ সকলো কথা কৈ দিম নহয়। মাৰ পালে ঠিক হৈ যাব ৰ'হ তাৰ বদমাচি।"

মানসে আহি পৰ্টিকত ককাকে বহা চালপীৰাখনত অকলশৰে বহি বাটলৈকে চাই থাকিল। শীতৰ গধূলি। জোনাকে গোটেইখন ঢৌৱাই

পেলাইছে। গছ-গছনিবোৰ কিবা সাধু কথাত শুনা ভূত-প্ৰেত যেন দেখা হৈছে। সন্মুখৰ বাঁহনি ডৰাৰ পাতল আন্ধাৰখিনিত ঘিট্-মিট্‌কৈ দুই-এটা জোনাকী পৰুৱা উৰি ফুৰিছে। নিশাৰ জগতখনক মানসে সদায় ভয় কৰে। ক'ৰ কি শিয়াল, হেপা, ভূত-প্ৰেত ঘূৰি ফুৰে। আজিও তাৰ অকণ অকণ ভয় লাগি আহিছিল। কিন্তু এনেতে অদূৰৈত বগা ধুতি আৰু ক'লা কোট পিন্ধা মানুহ দুজনে কৈ কৈ অহা কথা-বতৰা শুনি সি জানিলে যে সেইয়া তাৰ দেউতাক আৰু নৰনাথ কবিৰাজ ককাকেই কথা পাতি আহি আছে। অলপ পিছতে দুয়োজনে কথা কৈ কৈ বাহিৰৰ বাটেদি ভিতৰ চোতাললৈ সোমাই গ'ল। মানসৰ বাবে এতিয়া দুই নাওঁত দুই ভৰিহে হ'ল। বাহিৰত পৰ্টিকত বহি থাকিলে এন্ধাৰ বাহনি ডৰাৰ পৰা যখিনী ওলাই আহি যদি জোনাকত দেখা দি তাক মাতেহি! আকৌ ভিতৰলৈ গ'লে তাৰ দুষ্টালিৰ কথা শুনি খঙে মূৰৰ চুলি পোৱা দেউতাকে যে তাক খুব পিটিব। এই মহা সংকটৰ পৰা উদ্ধাৰ পোৱাৰ এটা উপায়কে বিচাৰি পালে সি। অকণো শব্দ নোহোৱাকৈ সি পৰ্টিকৰ দুৱাৰখন খুলি ভিতৰলৈ সোমাই আহি সেইখনে এনেয়ে জপাই থৈ দিলে। কোনোৱে গম নোপোৱাকৈ সি এন্ধাৰে-মুন্ধাৰে গৈ অলপ আগতে বিছনাত এনেয়ে শুই থকা ককাকৰ আঁঠুৱাৰ ভিতৰত সোমাই ভৰি পথানৰ পিনে তেওঁৰ ভৰিত নলগাকৈ মনে মনে শুই থাকিল।

ইতিমধ্যে মাকে তাৰ দুষ্টালিৰ কথা সকলোখিনি বিবৰি দেউতাকৰ আগত ক'লেই। বাহিৰত বহি থকা কবিৰাজ ককাকৰ ওচৰত লেম্প এটা দিবলৈ কৈ দেউতাকে কোঠাত কাপোৰ সলাবলৈ ধৰিলে। কাপোৰ সলাই থকাৰ মাজতে তেওঁ মানসৰ মাকৰ কথাখিনিৰ উত্তৰ নিজকে নিজে কোৱা দি ক'লে, "মই আগেয়ে কৈছোঁ নহয় তোমাক, তাৰ কথা মোক নকবা বুলি। সি এই বংশৰ নাম নুমাবলৈকেই জন্মিছে। তাৰ আশা মই এৰিয়ে পেলাইছোঁ। মাষ্টাৰ মামাই তাক লগত লৈ ঘূৰাই ফুৰাই পঢ়ুৱাব ক'ত বেছি বেয়াহে কৰিলে। কাকোৱে ভয় ডৰ নকৰা অঘাইটঙহে কৰিলে।"

ভৰি-হাত ধুই আহি বাৰাণ্ডাত বহি দেউতাক আৰু কৰিৰাজ ককাকে কথা পতাত লাগিল। অহা সপ্তাহত দুইজনেই আকৌ চিলং-গুৱাহাটীলৈ গ'লে কি কি কৰিব তাৰেই কথা আলোচনা কৰি আছিল। হেন সময়তে ভিতৰ চোতালত মানসৰ মাষ্টৰ ককাকে মাত দি উঠিল, "নলবাৰীৰ পৰা আহি পালা পিতা?"

"অ" মামা অলপ আগতে পাইছোহি।" দেউতাকে কৰিৰাজ ককাকৰ সৈতে কথা সামৰি ক'লে, "আহা বহাহি। আমি চিলঙলৈ যোৱাৰ কথাকে পাতি আছিলোঁ।"

মাষ্টৰ ককাকে চকীখনত বহি লৈ ক'লে, "বাৰু। পিছে ই মাহু শুলে নেকি?"

"শুব দিয়া। ককায়েকক পঢ়াত দিগদাৰিখন কৰি মাৰ খোৱাৰ ভয়তে এতিয়া ক'ৰবাত লুকাই আছে। তুমিনো তাক কি কৰিলা ক'ব নোৱাৰিছোঁ। বাহিৰত ফুৰাবলৈ নি নেগুৰ কটা বাঘহে কৰি তুলিলা যেন পাইছোঁ। তাক লৈ মহা জঞ্জালতহে পৰিলোঁ মামা মই।"

"একো জঞ্জাল নহয় ৰ'বা পিতা, তুমি চিন্তা নকৰিবা।" মাষ্টৰে তেওঁৰ গলগলীয়া মাতটোৰে কৈ গ'ল, "তোমাক কোৱাই নাই, অহা কালি সি খ মান শ্ৰেণীৰ পৰীক্ষা দিব। তুমি চাই থাকাচোন, প্ৰথম ন'হলেও সি দ্বিতীয় বা তৃতীয় নিশ্চয় হ'ব।"

মাষ্টৰ ককাকৰ কথা শুনি দেউতাকে হো হোৱাই হাঁহি দি ক'লে, "হ'ব হ'ব মামা আৰু নকবা। যিটো ল'ৰাক দুই-তিনি বছৰে ঘৰখনৰ ইমানবোৰ মানুহৰ উপৰিও দুই-তিনিজনকৈ মাষ্টৰে 'ক'টোও লিখাব নোৱাৰিলে সেইজন ল'ৰাক তুমি দুমাহতে একে কোবে খ মানৰ পৰীক্ষা দিবলৈ দিছা। আকৌ কৈছা 'পজিচন' পাব। ক'ব নোৱাৰোঁ মামা, তুমি এইবোৰ কি গছত গৰু উঠা কথা কৈছা।"

ঠিক সেই সময়তে ককাকে বাগৰ সলাওঁতে মানসৰ গাত ভৰিখন লাগি উচপ খাই উঠি সুধিলে, "হেই, ভৰি পথানত কি অ এইডাল?"

মানসে ভয়ে ভয়ে সৰু মাতেৰে ক'লে, "মইহে ককা।"

"ও, মামু, তইহেনে ?" ককাকে আৰু কিবা ক'ব খুজিছিল। ঠিক তেনে সময়তে তাৰ মাত শুনিয়ে নেকি বাহিৰৰ পৰা মাষ্টৰ ককাকে মাতিলে, "মামু, তই শোৱা নাই যদি এইফালে আহচোন। কথা এটা কওঁ।"

মামুৱে তৎক্ষণাত যাবলৈ ইচ্ছা কৰা নাছিল। কিন্তু শুই থকা ককাকেই যাবলৈ ক'লে—তাক "মামু যা, মাষ্টৰ ককাৰে তোক কিবা পঢ়াৰ কথা কবলৈকে মাতিছে, শুনি আহগৈ।" মামুৱে বিছনাৰ পৰা নামি লাহে লাহে এন্ধাৰ কোঠাটো পাৰ হৈ আহি খুৰীয়েকৰ কোঠাত সোমালহি। মানস ওলাই অহা দেখি খুৰীয়েকে ভালেই পালে। কটা তামোলখিনি সন্মুখৰ বঁটাটোত লৈ তেওঁ বৈয়ে আছিল বঁটাটো বাহিৰত দি আহিবলৈ কাৰোবাক পায় নেকি। খুৰীয়েকে মানসৰ দেউতাকৰ সন্মুখত নোলায়। কাৰণ ভাই বোৱাৰীয়েকে ভাই-শহুৰেকৰ আগত ওলাব নাপায়। খুৰীয়েকে সৰু মাতেৰে ক'লে তাক, "মামু, তই একেলগে তামোলৰ বটাটোও লৈ গৈ ককাৰইঁতক দেগৈ চোন।"

মানসে জানিলে যে দেউতাকে ইমান সময়ে সি অলপ আগতে কৰি উঠা দোষৰ কথা আৰু ধৰি থকা নাই। থাকিলেও মাষ্টৰ ককাকৰ আগত বৰ বেছি মাৰ-ধৰ একো নকৰে। ক'লে হয়তো দুষাৰ কিবা ক'ব। সি তামোলৰ বটাটো আনি মাষ্টৰ ককাকৰ সন্মুখত ধৰিলে। মাষ্টৰ ককাকে তালৈ চাই ক'লে, "মামু, মাৰ দেউতাৰে যিয়ে নহওঁক, কালি তই গা-পা ধুই ভাল কাপোৰ কানি পিন্ধি ন মান বজাত মোৰ তালৈকে ওলাই যাবি। ফলি, পেঞ্চিল, কিতাপ, পাখি, চিয়াঁহী একোকে নিব নালাগে, মই তোৰ বাবে সকলোখিনি যোগাৰ কৰি ৰাখিছোঁ। যাওঁতে আকৌ গোসাঁই ঘৰত সেৱা কৰি যাবলৈ নাপাহৰিবি। মনত থাকিবতো ?"

"অ থাকিব", বুলি কৈ সি বঁটাটো টেবুলত থৈ সোনকালে তাৰ পৰা আঁতৰি আহি কোঠাটোত সোমালহি। ন'হলে দেউতাকে আকৌ তাৰ আগৰ বদমাচিৰ কথা উলিয়াই কিবা ক'ব পাৰে। অলপ পিছত দেউতাক, কবিৰাজ ককাক আৰু মাষ্টৰ ককাক তিনিও লেম্পটো হাতত লৈ চাও-বঙলাত ৰেডিঅ' শুনিবলৈকে গ'ল।

পিছদিনা ৰাতিপুৱা মাকে মানসক নিজে গা ধুৱাই দি বৰ ধুনীয়াকৈ সেওঁতা ফালি মুৰ আঁচুৰি দিলে। পেৰাত 'গন্ধোৱা পিল' দি 'সাঁচনীয়াৰ' কৰি ৰখা বৰ ধুনীয়া নতুন কাপোৰ যোৰ উলিয়াই পিন্ধাই দিলে। কাৰো লগত কাজিয়া-পেচাল নকৰিবলৈ তাক পৰামৰ্শ দি চাঙ-বঙলাৰ বাৰাণ্ডাত বহি থকা ককাকৰ ওচৰলৈ লৈ আহি মুৰৰ ওৰণিখন ঠিক কৰি লৈ তাক ক'লে, "মানু, ককাৰক সেৱা এটি কৰ আৰু ক' যে তই আজি পৰীক্ষা দিবলৈ যাবি।"

চাঙ-বঙলাৰ চিৰিকেইটা বগাই গৈ সি পুথি পঢ়ি থকা ককাকৰ কাষত বহি লৈ ক'লে, "ককা মই পৰীক্ষা দিবলৈ যাওঁ। চাওঁ, সেৱা এটি কৰোঁ।" ককাকে পঢ়াৰ পৰা মুৰটো তুলি চশমাৰ ওপৰেৰে চাই ক'লে, "তই পৰীক্ষা দিবলৈ যাবি মানু? যা যা, তোৰ পৰীক্ষা আজি খুব ভাল হ'ব যা। মই শেষ ৰাতি আজি বৰ ভাল সপোন এটা দেখিছোঁ। গোসাঁই ঘৰতো এটা সেটা কৰগৈ।" সেৱা কৰা মানসক হাতেৰে তুলি ধৰি ককাকে কিবা শ্লোক এটা মাতি আশীৰ্বাদ দিলে। মানসে চাং-বঙলাৰ পৰা নামি যাব ধৰোতে ককাকে বোৱাৰীয়েকক ক'লে, "বোৱাৰী, তাৰ নামত এখন শৰাই দিবি অ' পূজাৰ সময়ত।"

মাকে মানসক গোসাঁই ঘৰৰফালে লৈ গৈ থাকিয়ে শহুৰেকৰ কথাষাৰৰ উত্তৰ দিলে, "অ, মই বুট-মাহ তিয়াই থৈছোৱে।"

মানসে গোসাঁই ঘৰত সেৱাটো কৰি আহি যাবলৈ খোজ লৈ মাকক ক'লে, "যা আই, তই ঘৰলৈ যাগৈ। মই ভয় নকৰোঁ যা, অকলে যাব পাৰিম নহয়।"

মাকে ঠোকা-ঠুকি মাতেৰে ক'লে, "তই যাচোন, মই ঘৰলৈ যাম বাৰু। মাষ্টৰ ককাৰে যি যি লিখিব দিয়ে ভুল নকৰাকৈ লিখিবি দে।"

মানসে "হ'ব বাৰু" বুলি কৈ মাষ্টৰ ককাকৰ ঘৰলৈ বুলি আগবাঢ়িল। বহুত সময়ৰ মূৰত এবাৰ সি পিছৰফালে উভতি চাই নিজকে নিজে ক'লে ধেৎ, মোৰ মাজনী কি আকৰী অ! এই ৰাতিপুৱাখন কৰনো ভূত বা বাঘে মোক খাই পেলাব, এনেকৈ যে চাই থাকিবলগীয়া হৈছে? মই

দেখোন কৈয়ে আহিছোঁ ভয় নকৰিবা বুলি।" সি আৰু দ্বিতীয়বাৰ উভতি নোচোৱাকৈ বেগা-বেগীকৈ মাষ্টৰ ককাকৰ ঘৰলৈ খোজ ল'লে।

সেই তাহানিতে স্কুলৰ প্ৰতি গঢ়ি উঠা বেয়া মনোভাবটো তাৰ মনত তেতিয়াও খোপনি পুতিয়ে আছিল। মজলীয়া স্কুলখনত যোৱাৰ দিনাৰ দৰে কোনোবাই তাক জোকাব বা মাৰিব বুলি মাষ্টৰ ককাকে তাক যেনেকৈ বহুৱাই থৈছিল তেনেকৈয়ে কাৰোফালে নোচোৱাকৈ সি সাৱধানে বহি থাকিল। কিছু সময় পিছত মাষ্টৰ ককাকে সকলোকে দিয়া নির্দেশ মতেই সি বানান লিখিলে, সৰু নেওতা লিখিলে, যোগ-বিয়োগ অংক কৰিলে, গছৰ তলত গৈ পাঠ পঢ়িলে। পৰীক্ষা শেষ হোৱাত দুপৰীয়া মাষ্টৰ ককাকৰ সৈতে সি তেওঁৰ ঘৰলৈকে উভতি আহিল।

কিছু সময় জিৰোৱাৰ পিছত মাষ্টৰ ককাকে মানসক ক'লে, "মানু, তই এতিয়া ঘৰলৈ যাগৈ। ককাৰে তোৰ সৈতে ভাত খাবলৈ বাট চাই থাকিব নহয়। মই আকৌ স্কুলত যাব লাগিব, নহ'লে ময়ে তোক থৈ আহিলোহেঁতেন। যাব নোৱাৰিবিনে?

মানসে সাহসেৰে উত্তৰ দিলে, "পাৰিম মাষ্টৰ। মই তেনেহ'লে যাওঁ এতিয়া।" কথাখিনি কৈ মানসে খোজ ল'বই খুজিছিল। মাষ্টৰে পুনৰ ক'লে, "চিয়াঁহীৰ দোৱাতটো আৰু লিখা পাখিটো তই লৈ যাবি। আজিৰ পৰা তোৰ শিক্ষা জীৱন আৰম্ভ হ'ল। এই শুভাৰম্ভণিতে মোৰ আশীৰ্বাদ স্বৰূপে সেইযোৰ তোক দিলোঁ। ভালদৰে ৰাখিবি।"

মাষ্টৰ ককাকৰ হাতৰ পৰা চিয়াঁহীৰ দোৱাত আৰু পাখিটো লৈ ককাক-আইতাক দুয়োজনকে মাত লগাই মানসে ঘৰলৈ খোজ ল'লে। ৰ'দত জলমলাই থকা ভাগৱতী চুপাৰ দীঘল পথটোৰে মনত এক ডাঙৰ সন্তুষ্টি লৈ সি আহি থাকিল। পৰীক্ষাত সি কিমান ভাল লিখিছে নাজানে। কিন্তু আজি স্কুলত গৈ তাৰ এটা কথাই বৰ ভাল লাগিল যে সি ভবাৰ দৰে স্কুলবোৰ ল'ৰা-ছোৱালীক শাস্তি দিয়া ঠাই নহয়। সেয়া আটায়ে লগ হৈ পঢ়া ঠাইহে। মাষ্টৰ ককাকৰ স্কুলখন বালিকা স্কুল, ছোৱালীৰ সংখ্যাই সৰহ। মানসে ইমানবোৰ ছোৱালীৰ মাজত সিহে

অকল এজন ল'ৰা বহিব লাগিব বুলি বৰ চিন্তা কৰি আছিল। পিছে তাৰ দৰেই আৰু দহ-বাৰজন ল'ৰাক দেখি তাৰ সেই সংকোচ ভাবটোও আঁতৰি গ'ল। মাষ্টৰ ককাকে পৰীক্ষাত লিখিবলৈ দিয়া পাখিটোতকৈ চিয়াঁহীৰ দোৱাতটো তাৰ খুব পছন্দ হৈছিল। বৰ আচৰিত ধৰণৰ দোৱাতটো ঘূৰণীয়া তলিখনেৰে সৈতে ওপৰটো কিবা হাঁহ কণীটোৰ দৰে দীঘলীয়া। জোঙা ফালটোত এটা ফুটা আছে, কিন্তু সাঁফৰৰ কোনো ব্যৱস্থা নাই। দোৱাতটো লুটিয়াই বগৰাই দিলেও চিয়াঁহী ওলাই নপৰে। সি মাষ্টৰ ককাকক দোৱাতটো খুজিবই বিচাৰিছিল। কিন্তু তেওঁ নিজে উপযাচি দিয়াত সি মনতে বৰ ৰং পালে আৰু মনে মনে মাষ্টৰ ককাকক বহুত কৃতজ্ঞতা জনালে।

ঘৰ আহি পোৱাত মাক, আইতাক, ককাক প্ৰত্যেকেই তাক পৰীক্ষা কেনে হৈছে সুধিলে। সি মাথো তেওঁলোকক পোনপটীয়াকৈ উত্তৰ দিলে, "মাষ্টৰে যি যি লিখিব দিছে সকলো লিখি দিছোঁ। কেনে হৈছে মই কি জানোঁ।" তাৰ উত্তৰ শুনি আটাইয়ে মাথো হাঁহিলে। জীৱনত এক নতুন পৰিস্থিতিৰ সৈতে মুখামুখী হৈ তাক সুন্দৰভাৱে অতিক্ৰম কৰি অহাৰ আৰু মাষ্টৰ ককাকে দিয়া মূল্যবান উপহাৰটোৰ বাবে মানসৰ মনটো গোটেই দিনটোৱে বৰ উৎফুল্লিত হৈ আছিল। গধূলিহে এটা কথাৰ কাৰণে তাৰ মনটো অকণ বেয়া লাগি গ'ল। গধূলি দেউতাকে নলবাৰীৰ পৰা আহি তাৰ বাহিৰে বাকী আটাইকেইজনকে পৰীক্ষা কেনে হ'ল সুধিলে, কিন্তু তাকহে একোকে নুসুধিলে। মানসৰ ককাকে উপযাচিয়ে তাৰ দেউতাকক ক'লে, "পোনা, আজি মানুহৈও পৰীক্ষা দিছে নহয়। যি যি লিখিব দিছিল সকলোবোৰেই লিখিছে বোলে। বিদৰ্ভই বৰ ধুনীয়া চিঁয়াহীৰ দোৱাত এটা আৰু পাখি এটাও উপহাৰ দিছে অ তাক।"

ককাকৰ কথাখিনি শুনি দেউতাকে সিটো কোঠালৈ গৈ থকাৰ পৰাই ক'লে, "হ'ব দিয়া। বিদৰ্ভ মামাই তাক লগত লৈ গাঁওখনত ঘূৰাই-ফুৰাই কি সোপাটো পঢ়ুৱাইছে মোৰ জনা আছে।"

এমাহমান পিছত মাষ্টৰ ককাক এদিন গধূলি অহাৰ লগে লগে দেউতাকে সুধিলে "দুদিনমান দেখোন মাষ্টৰ মামাই আমাৰ ফালে অহাই নাই। কিবা বেয়া পাইছা নেকি মামা?"

"এহ, বেয়া পোৱা নাই ৰ'বা পিতা।" চকীখনত বহি লৈ মাষ্টৰ ককাকে কৈ গ'ল, "আজি পৰীক্ষাবোৰৰ খবৰ দিলোঁ। এই তিনি-চাৰিদিন ধৰি বহীবোৰ চাই শেষ কৰিলোঁ। সেয়েহে বাতৰিটো শুনিম বুলি আহিব খুজিও এই কেইদিন আহিব পৰা নাই। পিছে পিতা, তোমাৰ 'বপদেৱ', 'ব কলম' মানুয়ে পৰীক্ষাত প্ৰথম হৈ উত্তীৰ্ণ হৈছে। অহা মাহৰ পৰা তাক নিয়মিত স্কুললৈ পঠিয়াবা। মই তাৰ নামটো প্ৰথম মান শ্ৰেণীৰ হাজিৰা বহীৰ এক নম্বৰতে লিখি দিছোঁ।"

মানসৰ দেউতাকে হাঁহি হাঁহি ক'লে, "তুমি নিজে পৰীক্ষা লৈ নম্বৰ দিছা বাবেহে সি প্ৰথম হ'ব পাৰিছে। নহ'লে সি যে পৰীক্ষাত প্ৰথম হ'ব নোৱাৰে মই ভালকৈ জানোঁ। সিদিনা মই তাক ক ফলাখন নোচোৱাকৈ মাতিব দিওঁতে শেষৰ ফালৰ আখৰকেইটা দেখোন সি মাতিবই নোৱাৰিলে। তেনেকুৱা ল'ৰা এজনে পৰীক্ষাত প্ৰথম হৈছে তোমাৰ মৰমৰ বাবেহে, বুদ্ধিৰে নহয়।"

মাষ্টৰ ককাকে অলপ সময় বৈ অভিমানৰ সুৰত ক'লে, "তুমি তেনে-দৰে নকবাচোন পিতা। তেনেকৈ ক'লে মই বৰ দুঃখ পাম। তুমিওতো এজন শিক্ষক, শিক্ষকৰ মানত সকলো ছাত্ৰই সমান। মই তাক মৰম-আদৰ কৰি পঢ়াৰ প্ৰতি আগ্ৰহটোহে জন্মাইছোঁ তাৰ; পঢ়া বা নম্বৰ দিয়াৰ ক্ষেত্ৰত মই তাক অকণো অহেতুক প্ৰীতি দেখুওৱা নাই। আনহাতে তুমি যে কৈছা ক ফলাখনৰ শেষৰফালে ভালদৰে পঢ়িব নোৱাৰিলে, ইয়াৰ মানে সি সেই কেইটা আখৰ নজনা নহয়। কথা হ'ল খুব কম দিনৰ ভিতৰত শিকিবলগীয়া হোৱা বাবে সি শেষৰ আখৰকেইটা ক্ৰম অনুসৰি মুখস্থ মাতিব পৰা নাই। আনহাতে জীৱনৰ সকলো কথাকেইতো জ্যামিতিৰ সূত্ৰৰ দৰেই ধৰা-বন্ধা নিয়মৰ মাজেদি শিকাৰ প্ৰয়োজন নহয়। নিয়মৰ ব্যতিক্ৰম হৈও শিকিব পাৰি। তুমি যদি সঁচাকৈয়ে মানুয়ে

পৰীক্ষা ভাল নকৰা বুলি ভাবিছা তেনেহ'লে মই কালিলৈ তাৰ বহী কেইটা আনি দেখুৱাম বাৰু তোমাক।"

দেউতাকে মাষ্টৰ ককাকৰ অভিমানখিনি বুজি পাই ক'লে, "হওঁক দিয়াচোন মামা। যেনেকৈ নহওঁক তাক অন্ততঃ পঢ়িবলৈ বা স্কুললৈ যাবলৈ আগ্ৰহী কৰি তোলা। তাৰ পঢ়োৱাৰ দায়িত্বতো সম্পূৰ্ণ মই তোমাতো এৰি দিছোঁ। গতিকে সি যদি পঢ়াত বেয়া হয় দুৰ্নাম তোমাৰেই, আৰু ভাল হ'লে কৃতিত্ব, সদনাম পাবা তুমিয়ে।"

## ।। দহ ।।

প্ৰায় সদায়ে লক্ষ্য কৰি থকা মানসৰ মৰমৰ নৰমল্লিকা ফুলজোপাৰ কুঁজিটো যে কেতিয়া ইমান ডাঙৰ হৈ গ'ল, ভাবি সি আচৰিত হৈ যায়। কেইদিনমান আগতে কুঁজিটোৰ দীঘল হৈ ওলামি পৰিব খোজা লতা-ডালক, চকী এখনত উঠি ককাকে ৰচী এডালেৰে শুকান বাঁহডালৰ লগত আকৌ এটা বান্ধ দি দিছিল। মানসে লক্ষ্য কৰিলে পৰ্টিকৰ প্ৰায় টিঙৰ ওচৰ পোৱা লতাডালৰ আগটোত দুটা শাখা হৈছে। সেই শাখা দুটাৰ ওপৰত একো থোপাকৈ দুথোপা কলি পৰিছে। দুয়োটা থোপাৰে সে কলিবোৰৰ দুটামানকৈ ফুলো ফুলিছে। মানসৰ মনটো খুব ভাল লাগি গ'ল। তাৰ মৰমৰ নৰমল্লিকাৰ কুঁজিটো এতিয়া ডাঙৰ হৈ লতা হ'ল। এতিয়া আৰু এই লতাডালক ৰচীৰে বান্ধি বান্ধি ওপৰলৈ নিব নালাগিব। দুদিনমান পিছত লতাডালে নিজেই টিঙৰ ওপৰত বগাবলৈ আৰম্ভ কৰিব আৰু পুৰণি নৰমল্লিকা দুজোপাৰ দৰেই সুমধুৰ গোন্ধৰ অনেক ফুল ফুলাব। তেতিয়া কুঁজিৰ পৰা লতা হৈ পৰা এই নৰমল্লিকাজোপাক বান্ধি দিবলৈ আৰু শুকান বাঁহডালৰো প্ৰয়োজন নহ'ব।

চাওঁতে চাওঁতে গোমতী গাঁৱৰ ওপৰেদি আৰু তিনিটা বছৰ পাৰ হৈ গ'ল। মানসে আজিকালি আৰু মাষ্টৰ ককাকৰ সৈতে তেনেকৈ গাঁওত ফুৰিবলৈ নাযায়। তথাপিও মাষ্টৰ ককাকৰ সৈতে তাৰ মনৰ সম্পৰ্কটো দিন যায় মানে ক্ৰমশঃ বেছি গভীৰ আৰু মধুৰ হৈহে আহিছিল। দেউতাক, মাক, ককাক বা আইতাক তাৰ বাবে যিমান প্ৰয়োজনীয় মাষ্টৰ ককাককো সি তেওঁলোকতকৈ অকণো কম প্ৰয়োজনীয় বুলি ভাবিব নোৱাৰা হ'ল। কিন্তু ইমান প্ৰয়োজনীয়, ইমান মধুৰ সম্পৰ্ক গঢ়ি উঠা মাষ্টৰ ককাকক মানসে যে এতিয়া হঠাতে এৰিবলগীয়া হৈ পৰিল।

মানসে এইবাৰ প্ৰাথমিক বিদ্যালয়ৰ শেষ পৰীক্ষা, বৃত্তি পৰীক্ষা দিছে। বৃত্তি পৰীক্ষা দিয়া ল'ৰাবোৰৰ পৰীক্ষাত পাচ ফেল কৰাৰ খবৰ দিয়াৰ প্ৰয়োজন নহয়। বৃত্তি দিয়া সকলো ল'ৰা-ছোৱালীয়েই পৰীক্ষাত পাচ কৰে। গতিকে পৰীক্ষাৰ খবৰ নোলোৱাকৈও হাইস্কুলত নাম ভৰ্তি কৰাব পাৰি। কেইদিনমান আগতে মানসৰ ককায়েক অৰ্পণৰ মজলীয়া স্কুলৰ শেষ পৰীক্ষাৰ ফলাফল ওলাইছে। অৰ্পণে পৰীক্ষাত পাচ কৰিছে। দেউতাকে তাক আৰু ককায়েক অৰ্পণক কালিলৈ নলবাৰীত থকাকৈ নি গৰ্ডন হাইস্কুলত নাম ভৰ্তি কৰাই দিব। কিছুদিনৰ পৰা মানসৰ মনত এটা গৌৰৱৰ ভাবে বেছ খোপনি পুতি লৈছেহি। তাৰ শ্ৰেণীত থকা পাঁচজন ল'ৰাৰ ভিতৰত একমাত্ৰ সিয়েই বৃত্তি পৰীক্ষা দিছে। ছোৱালী অৱশ্যে চাৰিজনীয়ে দিছিল। 'খ' মান শ্ৰেণীৰ পৰীক্ষাত প্ৰথম হৈ উত্তীৰ্ণ হোৱাৰ দৰে সি প্ৰথম মান, আৰু দ্বিতীয় মান শ্ৰেণীৰ পৰীক্ষাতো প্ৰথম হৈয়ে উত্তীৰ্ণ হৈছিল। সেয়েহে বৃত্তি পৰীক্ষাৰ বাছনিৰ লিষ্টখনতো তাৰ নাম প্ৰথমতেই আছিল। ডেৰ মাইল দূৰৈৰ চামতা হাইস্কুললৈ সিহঁত পাঁচোটাকে মাষ্টৰ ককাকে পৰীক্ষা দিয়া-বলৈ অনা-নিয়া কৰিছিল। শেষৰ দিনা পৰীক্ষা দি উভতি অহাৰ পথত মাষ্টৰ ককাকে অন্য প্ৰত্যেককে সুধিছিল, কোনে কোন স্কুলত নাম লগাব, কিন্তু তেওঁ মানসক একোকে সোধা নাছিল। সিহঁতৰ স্কুলৰ ভিতৰতে আটাইতকৈ ধুনীয়া আৰু কম কথা কোৱা ছোৱালী ইৰায়ে সিদিনা মাষ্টৰ ককাকক ওলোটাই সুধিছিল, "ছাৰ আমি কোনে কোন স্কুলত পঢ়িম, নাম লগাম প্ৰত্যেককে সুধিলে। কিন্তু মানসক দেখোন আপুনি ছাৰ একোকে নুসুধিলে? তেওঁ আৰু ইয়াৰ পিছত স্কুলত নপঢ়ে নেকি চাৰ?"

মাষ্টৰ ককাকে সেইদিনা বেছ গৌৰৱ সহ কৈছিল, "মানসৰ দৰে পঢ়াত ইমান ভাল ল'ৰা এজনে কিয় নপঢ়িব অ। সি তহঁতততকৈ বহুত ভাল স্কুলতে পঢ়িব। মানসক দেউতাকে এই বছৰ নলবাৰীলৈ নি গৰ্ডন হাইস্কুলত নাম লগাই দিব। গৰ্ডন হাইস্কুলে অসমৰ ডাঙৰ পুৰণি হাই-স্কুলবোৰৰ ভিতৰৰে এখন। এতিয়াৰে পৰা মানসে নলবাৰী চহৰত

থাকি সেই স্কুলতে পঢ়িব। কথাটো মই তাৰ দেউতাকৰ পৰা আগতেই জানিছোঁ বাবেই তাক একো সোধা নাই।”

মাষ্টৰ ককাকে তাক লৈ গৌৰৱ কৰি কোৱা কথাখিনি শুনি মানসৰ কিছু লাজ লাগিছিল যদিও বেছ গৌৰৱবোধও হৈছিল। এতিয়াৰে পৰা সি চহৰত থাকিব, বিৰাট ডাঙৰ স্কুলত পঢ়িব। তাৰ লগত এই একেলগে বৃত্তি পৰীক্ষা দিয়া ইৰা, সাবিত্ৰী, মামণি, নিকুঞ্জহঁতে এই গোমতী গাওঁতে থাকিব, গাঁৱৰে সেই তাক জোকোৱা বুঢ়া মাষ্টৰৰ সৰু স্কুলখনত পঢ়িব।

সেইদিনা ইৰাই কৈয়ে পেলাইছিল, “তোমাৰেই ভাল হ’ল দিয়া মানস। এনেয়েও তোমাৰ দেউতাৰাই ডাঙৰ ডাঙৰ অফিছাৰ মানুহ-বিলাকক ধুনীয়া ধুনীয়া মটৰ গাড়ীৰে ঘৰলৈ আনিয়ে থাকে। এতিয়াৰে পৰা তুমি নল্লবাৰী চহৰত থাকিবা, সেই ডাঙৰ ডাঙৰ অফিছাৰবিলাকৰ লগত ফুৰিবা, কথা-বতৰা কৰা, তেওঁলোকৰ গাড়ীত ফুৰিবও পাৰা; ডাঙৰ স্কুলত পঢ়িবা আমি আকৌ এই গোমতী গাঁৱতে থকা বাবে গাঁৱলীয়া বুলি আমাক ঘিণ কৰি পাহৰি নাযাবা আকৌ।”

স্কুলখনৰ ভিতৰতে অত্যন্ত ধুনীয়া বাবে মানসে এনেয়েও ইৰাক মাতিবলৈ বা তাইৰ মুখলৈ চাবলৈ বৰ সংকোচ কৰে। তাইৰ আখনৰ দৰে বগা সুন্দৰ লাৱনি মুখখন, বহল উজ্জ্বল চকুযুৰিৰ পিনে চালেই দেখোন মানসৰ কিবা খুব লাজ লাগি যায়। কথা ক’ব লাগিলেতো তাৰ বুকুৰ ধপ-ধপনিয়ে উঠিব খোজে। শ্ৰেণীত সদায় দ্বিতীয় হৈ অহা কম কথকী সেই হেন ইৰাইয়ে তাক এইবোৰ কথা কোৱাত, সিদিনা তাৰ কাণৰ গুৰি দুটা কিবা গৰম-গৰম লাগি গৈছিল।

ভিতৰ ফালৰ বাৰাণ্ডাৰ দীঘল বেঞ্চখনত বহি বহি কথাখিনি ভাবি থাকোতে আজিও তাৰ কিবা লাজ লাজ লাগি গ’ল। সন্মুখেৰে আহিলে কোনোবাই তাৰ মুখখন কাষতে জ্বলি থকা চাকিটোৰ পোহৰত দেখিলে সি মনে মনে ভাবি থকা এই লাজৰ কথাটো গম পাই যাব যেন লাগিল তাৰ। তদুপৰি ‘লাল কেৰাচিন’ তেলৰ চাকিটোৱে ফৌ-ফৌৱাই ক’লা ক’লা ধোঁৱাবোৰ খুব উৰুৱাইছে। দেউতাকে প্ৰায়ে কয়, “পইছা

বেছিকৈ খৰচ হ'লেও লাল কেৰাচিনৰ সলনি চাফা কেৰাচিনেৰেহে লেম্প-চাকি জ্বলাব লাগে। কাৰণ লাল কেৰাচিনৰ লেম্প চাকিৰ পৰা ধোঁৱা খুব বেছি ওলায়। এই ক'লা ধোঁৱাবোৰে কোঠাৰ কাপোৰ-কানিত গুৰি গুৰি এডাৰ পেলায়, ওপৰৰ চিলিং আৰু বেৰত ক'লা এলান্ধু সৃষ্টি কৰি ঘৰৰ সৌন্দৰ্যই নষ্ট কৰে। আটাইতকৈ ডাঙৰ কথা এই ধোঁৱাবোৰে পৰিৱেশ নষ্ট কৰে। ধোঁৱাবোৰ নাকে-মুখে সোমালে হাওঁফাওঁত এই কাপোৰত পৰা এডাৰৰ ক'লা ক'লা গুৰিবোৰৰ দৰে গুৰিবোৰ জমা হৈ হাপানি, যক্ষ্মা আদিৰ দৰে মাৰাত্মক ৰোগৰ সৃষ্টি কৰে। চাফা কেৰাচিনৰ ধোঁৱাও অনিষ্টকৰ। কিন্তু চাফা কেৰাচিনৰ ধোঁৱা তেনেই কম বাবে চাফা কেৰাচিনহে লেম্প-চাকিত ব্যৱহাৰ কৰিব লাগে। দামৰ পাৰ্থক্য মাত্ৰ দুই পইছাৰহে, চাফা কেৰাচিনৰ সেৰে চাৰি অনা আৰু লাল কেৰাচিনৰ চৈধ্য পইছা।

দেউতাকৰ কথাখিনি মনত পৰাত সি ফু ফু কৈ দুবাৰমান ফুৱাই, ফোঁ-ফোঁৱাই ধোঁৱা উলিয়াই থকা লাল কেৰাচিনৰ চাকিটো নুমুৱাই দিলে। চাকিটোৰ শিখাত বুট-মাহটোৰ সমান ডাঙৰ কালৈ দু'টাৰ সৃষ্টি হৈছিল। চাকিটো নুমুওৱাৰ কিছু পিছলৈ সেই দুটা ৰঙা হৈ উজ্বলি থকি এসময়ত নুমাই থাকিল। চাকিটো নুমাই দিয়াৰ পিছতে, গোহালি ঘৰৰ চালৰ ওপৰেদি পশ্চিম আকাশত উজ্বলি থকা শুক্লা পঞ্চমীৰ ডুখুৰীয়া জোনটোৰ পিনে চকু গ'ল তাৰ। ঘৰখনৰ প্ৰত্যেকেই এতিয়া নিজৰ নিজৰ কামত ব্যস্ত। অন্য দিনাৰ দৰে লৰা-ঢপৰা নকৰি সেই জোনটিৰ পিনে চাই চাই অনেক কথাকে ভাবি গ'ল মানসে।

যোৱা কালি দেউতাকে নলবাৰীৰ পৰা আহোতে ককায়েক আৰু তাৰ বাবে নতুন কাপোৰ দুযোৰ আৰু জোতা দুযোৰ লৈ আহিছে। সেইয়া পিন্ধি সিহঁত দুয়োজনে কালি এই গাঁও এৰি দেউতাকৰ লৈতে নলবাৰীলৈ যাবগৈ। ককাক, মাক, আইতাক, ভায়েক, ভনীয়েক, খুৰীয়েক সকলোকে এৰি সি কালিলৈ গুচি যাবগৈ। সি এবাৰ ভাবিলে, তাৰ মাকে-বাৰু-বৰ দুখ কৰিবনেকি সিহঁত দুজনকৈ ল'ৰাক এনেকৈ

পঠিয়াই দি অকলশৰীয়া হোৱা বাবে ? পিছ মুহূৰ্ত্ততে সি আকৌ ভাবিলে—ধেৎ, সি যে কি মূৰ্খৰ দৰে কথাবোৰ ভাবিছে। মাকনো কিয় অকলশৰীয়া হ'ব ? ঘৰৰ অন্যবোৰ থকাৰ উপৰিও মাকৰ লগত দেখোন তাৰ সৰু ভায়েক বুলু আৰু পীতু আৰু কেঁচুৱা ভনীয়েক পলাশীও থাকিবই। অকলশৰীয়া হ'ব সিহে। দেউতাকেতো ইয়াত নথকাৰ দৰে নলবাৰীৰ ঘৰতো প্ৰায়ে নাথাকিব। তাৰ ককায়েক অৰ্পণ আকৌ যি খণ্ডাল, দেউতাক নাথাকিলে কিজানি তাক মাৰিয়ে থাকিব।

কেইদিনমান আগতে গোমতী মজলীয়া স্কুলৰ পৰা গৰ্ডন স্কুললৈ নিবৰ বাবে দেউতাকে অৰ্পণৰ চাৰ্টিফিকেট' আৰু পৰীক্ষাৰ নম্বৰ আনিছিল। সেই নম্বৰখিনি দেউতাকে ককাকক দেখুৱাই আক্ষেপ কৰি কৈছিল, "কি হ'ব চোৱাচোন দেউতা। ইমান নিয়মিতভাৱে মনোযোগ দি পঢ়া সত্বেও অৰ্পণে কিবাকৈহে পৰীক্ষাত উত্তীৰ্ণ হৈছে। মান্নুৱেতো কোনোদিনেই মন দি পঢ়া নেদেখিলোৱে! মাষ্টৰ মামাই নিজে নম্বৰ দি দি পৰীক্ষাবোৰত তাক প্ৰথম কৰি দি দি শেষত যেনিবা বৃত্তি পৰীক্ষাও দিয়ালে। দিয়ালে কিটো হ'ব, বেলেগ স্কুলত পঢ়িব ধৰিলেহে জানিম সিনো কিমানখিনি জনা হৈছে।"

ককাকে প্ৰতিবাদ কৰি কৈছিল, "তেনেকৈ নকবিচোন পোনা। সি পঢ়াত সঁচাকৈয়ে ভাল হৈছে। সি এইবাৰ বৃত্তি পাবই। বিদৰ্ভই সিদিনা কৈ গৈছে নহয়, গণিতৰ প্ৰশ্ন কাকতখনত তাৰ আটাইকেইটা অংকই শুদ্ধ হৈছে হেনো।"

"যিয়ে নহওঁক দেউতা মাষ্টাৰ মামাই এটাই বৰ ডাঙৰ কাম কৰি দিলে যে তাৰ দৰে গোঁৱাৰ এটাক পঢ়াৰ প্ৰতি আগ্ৰহী কৰি অন্ততঃ হাইস্কুলত নামটো ভৰ্তি কৰাব পৰা কৰি দিলে। সেইবাবেই তেওঁ ধন্যবাদৰ পাত্ৰ।" কথাখিনি কৈ কৈ দেউতাকে কাগজকেইখন পকেটত ভৰাই নিজৰ কোঠালৈ গুচি গ'ল।

আজি মানসে আকাশৰ ফালে চাই থাকিয়ে নিজৰ মনতে নিজে ক'লে, "দেউতাটো যে কি। মই যে মাষ্টৰ ককাৰ ঘৰত কিমান মন দি

গোটেইখিনি পঢ়ি আহো তেওঁতো দেখাই নাই। মোক ঘৰত পঢ়া নেদেখে কাৰণেই দেউতাটোৱে মোৰ পৰীক্ষা ভাল হ'লেও ভাল হোৱা বুলি ক'ব নোখোজে। নকওঁক, পৰীক্ষাত ভাল নকৰাকৈ কিবা মোক দেউতাই নিজেই নলবাৰীৰ ইমান ডাঙৰ স্কুলত নাম লগাই দিবলৈ নিব উলিয়াইছেনে ?"

দেউতাকে কোৱা শুনিছে যে নলবাৰী চহৰৰ পৰিৱেশ হেনো গাঁওতকৈ সম্পূৰ্ণ বেলেগ। নলবাৰীৰ বাট-পথবোৰত হেনো বোকা-পানী নাই, বেছিভাগ ৰাস্তাই শিলগুটি দিয়া। পথৰ দাঁতিত গধূলিৰে পৰা গোটেই ৰাতি চৰকাৰী বিজুলীবাটিৰ পোহৰে পোহৰাই ৰাখে। পথবোৰত অনবৰতে গাড়ী-মটৰ, ৰিক্সা, ঠেলা গাড়ী, ঘোঁৰা গাড়ী আদি চলিয়ে থাকে। চাইকেল আৰু মানুহতো আছেই। সি মনত ভাবিলে, কিমান যে ভাল লাগিব সেই ধুনীয়া নলবাৰী চহৰখনত থাকি। আকৌ দেখোন মানসৰ দেউতাকেই কেতিয়াবা কয়, চহৰৰ পৰিৱেশ হেনো ভাল নহয়। অনবৰতে বৰ হুলস্থুল হৈ থাকে। গছ-গছনি আদি বেছি নাই বাবে গৰম, ঠাণ্ডা দুয়োটাইয়ে খুব বেছি। চোৰ, ডকাইট, পকেট-মাৰ, মদাহী আদি খুব বেছি থাকে। গাড়ী-মটৰৰ খুন্দাতো মানুহ মৰেই, আনকি কেতিয়াবা সেই মদাহী, ডকাইট আদিয়েও মাৰে। গাঁৱৰ দৰে চহৰৰ পৰিৱেশ শান্ত, সৌম্য, সহজ-সৰল নহয়। তথাপিও তাত পঢ়া-শুনা কৰা, ব্যৱসায়-চাকৰি আদি কৰাৰ বাবে সুবিধা বেছি বাবেই মানুহবোৰে গাঁও এৰি চহৰলৈ যায়।

পশ্চিম আকাশৰ সেই জোনটো অলপ নামি গৈ গোহালি ঘৰৰ ঠিক মুধৰ ওপৰতে ৰৈ থাকিল। মানসে জানিলে আৰু অলপ সময়ৰ পিছতে জোনটো গোহালিৰ চালখনৰ আঁৰত লুকাই পৰিব শুক্লপক্ষৰ এই পশ্চিম আকাশত উদয় হৈ ক্ষণিকৰ বাবে পোহৰ বিলাই অস্ত যোৱা সৰু জোনটো দেখিলে মানসৰ মনটো বিচ্ছেদৰ কিবা অবুজন বেদনা এটাই চুই যায়। সমতা বায়েকৰ মৃত্যুৰ দিনা বতৰ গোমা আছিল, আবেলি এজাক কিন্-কিনিয়া বৰষুণো গৈছিল—কিন্তু তথাপি গধূলি ডাৱৰ আঁতৰি

গৈছিল আৰু ঠিক এনেকুৱা জোনটো ওলাই কিছু সময় পিছত অস্তও গৈছিল। সেইদিনাৰে পৰা তাৰ এই ডুখুৰীয়া জোনটো দেখিলে মনটো সেমেকি যায়, ঠিক আজিৰ দৰেই বিচ্ছেদৰ বেদনা এটা মনৰ মাজত উক দি উঠে।

আজিৰ পৰা আৰু এনেদৰে সি এইখন গোমতী গাঁৱত থাকিবলৈ নাপাব। এই গাঁৱৰ বোকা-ধূলি পানীৰে খেল খেলিব নাপাব। গছৰ ডালত বহি বহি মধুৰী-আম খাবলৈ নাপাব। পথাৰত কঠিয়া কৰবলৈ, নবা কাটিবলৈ বা মাছ মাৰিবলৈ যাবলৈ নাপাব। ভাগৱত ককাক বা মাষ্টৰ ককাকৰ লগত গাঁৱত ফুৰিবলৈও নাপাব। আইতাকৰ কাষত বহি বা শুই সুন্দৰ সুন্দৰ সাধু-কথা শুনিবলৈও নাপাব। মাকও সিহঁতৰ লগত নাযায়, এই গাঁৱৰ ঘৰতে থাকি যাব। সি নিজে নিজে গা-ধুব লাগিব, নিজেই কাপোৰ-কানি পিন্ধিব লাগিব, মূৰ আঁচুৰিব লাগিব। নলবাৰীত থকা ৰান্ধনি ল'ৰা মথুৰাক মানসে এই গাঁৱৰ ঘৰলৈ আহোতে লগ পাইছে। বেছ মৰমিয়াল সি। হ'লেও সি জানো মাকৰ দৰেই তাৰ এইবোৰ কাম কৰি দি তাক মৰম কৰিব? নকৰিবও পাৰে, সি যে বেলেগৰ ঘৰৰ ল'ৰা। গতিকে কালিৰে পৰা সি নিজে নিজৰ অনেক কাম কৰি ল'ব লাগিব ডাঙৰ মানুহৰ দৰে।

কথাবোৰ ভাবি থাকোতেই নলবাৰীৰ পৰা অহা দেউতাকৰ সৈতে মাষ্টৰ ককাকে কথা পাতি পাতি ভিতৰ চোতাললৈ সোমাই আহিল। মানসে সুমোৱা চাকিটো হাতত লৈ ভিতৰলৈ সোমাই গ'ল। মাষ্টৰ ককাক আৰু দেউতাকে বাৰাণ্ডাখনতে বহি গাঁৱৰে কিবা উন্নয়নৰ কথা পতাত লাগিল। মানসে আহি আইতাকৰ জহা ধানৰ খেৰ পাৰি কোমল কৰি সজোৱা বিছনাখনতে এনেয়ে শুই থাকিল। এই বিছনাখন সি খুব ভাল পায়। ইমান আৰাম লগাকৈ পাৰি লৈছে আইতাকে। শুই শুই সি কিবাকিবি আকাশ-পাতাল ভাবি ৰ'ল। মনটো তাৰ কেনে লাগিছে সি নিজেই বুজি নোপোৱা হৈ পাৰিছে। চহৰৰ নতুন উন্নত পৰিবেশলৈ যোৱাৰ বাবে সি যিমানে আগ্ৰহী, সিমানেই দুখো লাগিছে

—তাৰ এই চিনাকি গাঁও, ঘৰৰ বিৰাট চৌহদ, ফুলনি পথাৰ, বোকা-পানী, ককাক, মাক, আইতাকক এৰি যাবলগীয়া হোৱাৰ বেজাৰত।

চাহ-পানী খাই উঠাৰ পিছত বাহিৰৰ বাৰাণ্ডাৰ পৰা মাষ্টৰ ককাকে মানসক মাতি ক'লে, "মানু আহ, আমি ৰেডিঅ' শুনিবলৈ যাওঁ আহ। কালিলৈকেতো তই নলবাৰীলৈ গুচিয়ে যাবি। মোৰ লগততো আৰু তই এনেদৰে লাগি নাথাকিবি। আহ, চাণ্ড-বণ্ডলালৈ যাওঁ আহ।"

মানসৰ ৰেডিঅ' শুনাৰ ইচ্ছা নাছিল যদিও মাষ্টৰ ককাকে কোৱা কথাখিনি শুনি সি বিছনাৰ পৰা উঠিল। ইমান শকত-আৱত, গুৰু-গম্ভীৰ যিজনা মানুহক গাঁওখনৰ বয়সস্থ মানুহবোৰেও চাই কথা ক'বলৈ ভয় কৰে, তেনেকুৱা এজন মানুহৰ লগতে মানসে তিনি বছৰ একেলগে ফুৰা-চকা কৰিলে। এষাৰ গালি নপৰাকৈ এটা ধমকনি নিদিয়াকৈ তিনি বছৰে তাক কিমান কষ্ট কৰি পঢ়ুৱালে, কোলাত বহুৱাই, বুকুৰ মাজতে শুৱাই কিমান মৰম কৰিলে। কিন্তু তেওঁৰ সেই সকলো মৰম-চেনেহ কাতি কৰি থৈ কালিলৈ তেওঁৰ কাষৰ পৰা আঁতৰি যাব লাগিব। মাষ্টৰ বুলিলেই মানসে ভাবিছিল হাতত এচাৰি লৈ সদায়ে হুটা হুটা কথা কোৱা এবিধ খঙাল প্ৰাণী বুলি। অথচ তাৰ মাষ্টৰ ককাকো মাষ্টৰ, যাৰ হাতত সি এদিনলৈ এচাৰি নেদেখিলে, যিজন মানুহে তাৰ সমান বয়সৰ ল'ৰাৰ দৰেই তাৰ সৈতে ফুৰাচকা কৰি মৰম কৰিলে। গাঁওখনৰ ভিতৰত সিয়েই একমাত্ৰ এজন ল'ৰা যিজনে ইমান গুৰু-গম্ভীৰ মানুহ-জনক "ছাৰ"তো নোবোলেই আনকি ককা আদি সম্বোধন নকৰাকৈয়ে কেৱল মাষ্টৰ বুলিহে মাতে। অথচ তাৰবাবে কোনো দিনে তেওঁ তাক একোকে কোৱা নাই। এইবোৰ কথা সি আজিহে মনেৰে উপলব্ধি কৰিছে, অথচ কাকো সি খুলি ক'বও নোৱাৰে। সি লাহে লাহে কোঠাৰ পৰা ওলাই আহি মাষ্টৰ ককাকৰ কাষত থিয় হ'লহি।

মাষ্টৰ ককাকে তামোলখন মুখত লৈ লেম্পটো হাতত লৈ থকা মানসৰ দেউতাকলৈ চাই ক'লে, "ব'লা পিতা, বাতৰিটো শুনো ব'লা।" লেম্পটো লৈ দেউতাকে আগে আগে খোজ ল'লে। তেওঁৰ পিছে পিছে

খোজ লোৱা মানসৰ হাত এখনত ধৰি মাষ্টৰ ককাকে গৈ থকাৰ মাজতে ক'লে, "তই এতিয়া ডাঙৰ হ'লি মান্নু, বুজিছ। আগৰ দৰে আৰু চঞ্চলামি নকৰিবি। নলবাৰীৰ ৰাস্তাত বহুত গাড়ী-মটৰ চলাচল কৰে। বাটে-ঘাটে সাৱধানে ফুৰিবি দেই।"

মাষ্টৰ ককাকৰ কথাখিনিৰ তেনে কোনো উত্তৰ দিবলগীয়া নাছিল বাবে মানসে মনে মনে থাকিল। চাঙ-বঙলাৰ দুৱাৰখন খুলি দেউতাকে লেম্পটো চাৰিচুকীয়া কণমানি টিপয়খনত থ'লে। মাষ্টৰ ককাকে চাঙ-বঙলাৰ মাজ-ভাগতে থকা দীঘল সতৰঞ্চিখন, গাত উৰি থকা এড়ি চাদৰখনৰ আগটোৰে অলপ কোবাই জোকাৰি লৈ তাতেই হাতত মূৰটো থৈ শুই মানসকো মাতিলে, "আহ, মান্নু, তইও কাষতে শুবি আহ।" দেউতাকে এদিন কওঁতেই শুনিছিল মানসে যে মাষ্টৰ ককাকৰ এইটো হেনো ডাঙৰ বদভ্যাস। ইমান সুন্দৰ চেহেৰাৰ হৃষ্ট-পুষ্ট, সুস্থ-সবল মানুহজনে য'তে ত'তে শোৱে। আনকি ঠাণ্ডাৰ দিনত শ্মশানত শৱ দাহন কৰিব গ'লেও হেনো তেওঁ জ্বলি থকা চিতাৰ কাষতে গামোচাখনকে পাৰি জুইৰ তাপ লৈ লৈ এঘুমতি মাৰি লয়। মানসে মাষ্টৰ ককাকৰ কথা মতেই তেওঁৰ বুকুৰ মাজত শুই ল'লেহি।

দেউতাকে ৰেডিঅ'ৰ বাকচটো খুলি মানসক উদ্দেশ্য কৰিয়ে ক'লে "মান্নু, তই কিন্তু কথা কৈ নাথাকিবি দে, আমি এতিয়া বাতৰি শুনিম।" দেউতাকৰ কথা মানি একোকে নোকোৱাকৈ মানসে মাষ্টৰ ককাকৰ কাষতে শুই ৰ'ল।

ৰেডিঅ'ৰ চুইচটো খুলি দিয়াৰ লগে লগে আঞ্চলিক বাতৰি আৰম্ভ হ'ল। মানসে ভাবিলে এইবোৰনো কোনোবাই শুনে নে? প্ৰধানমন্ত্ৰী নেহৰুৱে ক'ৰবাত ভ্ৰমণ কৰিব গৈ কি ক'লে তাকে কৈছে—ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰ প্ৰসাদে কিবা প্ৰকল্প উদ্বোধন কৰি দেশৰ উন্নতিৰ হকে কিবা-কিবি কৈছে, স্নেহ বৰুৱাই ব্ৰহ্মপুত্ৰৰ ওপৰত দলং এখন সজোৱাৰ বাবে কিবা কৈছে। ৰেডিঅ' খুলি এইবোৰ শুনিবলৈ তাৰ ধৈৰ্য নাই। এইবোৰনো শুনিব লাগে কিয়? ৰেডিঅ'ত গীতহে শুনিব লাগে,

"জিলিকাৰ লুইতৰে পাৰ…", পিয়াৰ কিয়াতো দৰনা কিয়া…", "মাঙ্গে দৰ্চন দেবী তেৰে—", "ঘন বৰষা পিচল মাটি— ।"

কিছু সময় যোৱাৰ পিছত এইবাৰ বাতৰি কৈ থকা মানুহজনে ৰেডিঅ'টোত ক'লে, "আজি এই বছৰৰ প্ৰাথমিক বিদ্যালয়সমূহৰ বৃত্তি পৰীক্ষাত জিলাৰ ভিতৰত প্ৰথম স্থান লাভ কৰা ছাত্ৰসকলৰ নাম ঘোষণা কৰা হৈছে। প্ৰত্যেকখন জিলাত প্ৰথম হোৱা ছাত্ৰ কেইজন হ'ল: কামৰূপ জিলাৰ গোমতী বালিকা বিদ্যালয়ৰ শ্ৰীমানস প্ৰীতম ভাগৱতী, নগাওঁ জিলাৰ কুঁজিদাহ প্ৰাথমিক বিদ্যালয়ৰ শ্ৰীৰূপেন বৰা, দৰং জিলাৰ চপাই প্ৰাথমিক বিদ্যালয়ৰ শ্ৰীদ্বিপেন চহৰীয়া।" কথাখিনি শুনাৰ পিছতে মাষ্টৰ ককাকে ধহমহকৈ শোৱাৰ পৰা উঠিল। ককাক উঠা দেখি সিও উঠি বহিল, কি আচৰিত কথা! নেহৰু, ৰাজেন্দ্ৰ প্ৰসাদ, স্নেহ বৰুৱাৰ কথা কৈ থকা ৰেডিঅ'টোৱে দেখোন তাৰ নামো কৈছে! মানসৰ দেউতাকে চকু দুটা বিস্ফাৰিত কৰি মাষ্টৰ ককাকক সুধিলে, "মাষ্টৰ মামা! বাতৰিটো ভুলকৈ কোৱা নাইতো? সঁচাকৈয়ে মানুহে ইমানখিনি কৰিব পাৰিছেনে?"

মাষ্টৰ ককাকে গহীন হাঁহি এটা মাৰি ক'লে, "মই কৈছিলোঁ নহয় পিতা, তাৰ ওপৰত আস্থা ৰাখিবলৈ। চোৱা, মই কোৱা কথা হাতে হাতে ফলিয়ালেনে? সি শ্ৰেণীৰ পৰীক্ষাবোৰত প্ৰথম হওঁতে তুমি মোক কৈছিলা মই মৰমতেহে তাক ইচ্ছা কৰিয়ে নম্বৰ দি দি প্ৰথম কৰি দিয়া বুলি। এতিয়া পিছে কোৱাচোন, জিলাৰ ভিতৰতে প্ৰথম হ'বলৈকে মইয়ে নম্বৰ দিবলৈ গৈছিলোনে?"

"সেইবোৰ এৰাচোন মামা, খবৰটো দেউতাক আৰু ঘৰৰ আন সকলকো জনাওঁ ব'লাচোন।" কথাখিনি কৈয়ে দেউতাকে মানসক এক প্ৰকাৰ আজুৰিয়ে কোলাত লৈ আনি চাঙ-বঙলাৰ পৰা নামি আহিল। মানসে একো বুজিব নোৱাৰিলে দেউতাকে কিয় এনেকুৱাখন কৰিছে। দেউতাকে এন্ধাৰৰ মাজেৰেই দৌৰাৰ দৰে বেগাবেগিকৈ আহি ভিতৰৰ চোতালখনৰ পৰাই চিঞৰি চিঞৰি ক'লে, "দেউতা শুনিছানে? মানুহে কি সাংঘাতিক কাম কৰিলে!"

ককাকৈ ধহমহকৈ শোৱাৰ পৰা উঠি বিছনাত বহি লৈ ক'লে "কি হ'ল, কি কৰিলে অ ?"

"ই আমাৰ মাহুৰে দেউতা, কামৰূপ জিলাৰ ভিতৰতে প্ৰথম হৈ বৃত্তি লাভ কৰিছে। চোৱাচোন দেউতা কি কাণ্ড কৰিলে এই গোঁৱাৰে।" দেউতাকে হাঁহি হাঁহি উল্লাসেৰেই ক'লে কথাখিনি।

ককাকে গহীনাই হাঁহি ক'লে, "তইহে তাক, "ব-কলম, "বপদেৱ" ক'ব কি কয়। মই নকৈছিলোঁ তোক, যে সি বৰ ডাঙৰ মানুহ হ'ব, চা এতিয়া। তাৰ চেহেৰাৰ গঠন, কথা-বতৰা অন্য আটাইকেইজনতকৈ বেলেগ। তাৰ দৰে ভাল সোঁৱৰণী আমাৰ ঘৰৰ এজনৰো নাই। চাওঁ, তাক মোৰ ওচৰত দেচোন।"

দেউতাকে মানসক ককাকৰ কোলাত বহুৱাই দিলে। ককাকে তাৰ মূৰটোত হাত ফুৰাই দি ক'লে, "তই আৰু বেছি নাম কৰিব লাগিব মানু। তই এই ভাগৱতী বংশৰ প্ৰদীপ হৈ বংশৰ নাম আৰু দুগুণে উজ্জ্বলাব লাগিব।"

ইতিমধ্যে মাক, আইতাক, ককায়েক, ভায়েক, ভনীয়েক সকলোৱে কোঠালৈ আহি নানা ধৰণৰ কথা কৈ, হাঁহি প্ৰত্যেকেই মনৰ আনন্দ স্ফূৰ্তি প্ৰকাশ কৰিব ধৰিলে। মানসে গোটেই পৰিৱেশটোৱে কিবা বৰ অখজা অখজা পাইছিল। কি আচৰিত কথা, ৰেডিঅ' নামৰ সেই মেচিনটোৱে কোৱা কথা এষাৰত গোটেই ঘৰখনেই এনেদৰে উতলা হৈ পৰিছে। যোৱা তিনি বছৰে দিয়া প্ৰত্যেকটো পৰীক্ষাতে সি প্ৰথম হৈয়ে উত্তীৰ্ণ হৈছিল। তেতিয়াতো কোনোৱে ইমান আনন্দ প্ৰকাশ কৰা নাছিল, কোনোৱে দেখোন তাক আগুৰি ধৰি এনেকুৱা প্ৰশংসা কৰা নাছিল। মানসৰ মাকে উল্লাসতে শাহুৱেকক কোৱা চলেৰে আটাইকে উদ্দেশ্য কৰি ক'লে, "মই কালিলৈ পৰমাম্নৰে আই জগদ্ধাত্ৰীৰ আগত শৰাই এখনকে দিম বুলি ভাবিছোঁ আই।" আইতাকে চকুদুটা পোন্দোৱাই মুখখনৰ বিশেষ এটা ভঙ্গিমা তুলি ক'লে, "অকল ভোগ শৰাই দিলেই নহ'ব বহুচোন মোৰ আই। মই গৰৈমাৰা আৰু কেকানৰ দুয়ো যোৰা নাগাৰা দলকে

মাত্তি এদিন গোটেই ৰাতি নাম গোৱাম আৰু গোটেইখন গাঁওকে মাত্তি চাহ আৰু চুজি খুৱাম।”

ককাকে আইতাকলৈ চাই ক'লে “সেইবোৰ পিছে পৰেও হ'ব। আগেয়ে খোৱা-লোৱাৰ যোগাৰহে কৰগৈ। বিদৰ্ভইও ভাত সাজ ইয়াতে খাই যাব, পলম নকৰিবি।”

ককাকৰ কথা শেষ হোৱাৰ লগে লগে মানসৰ দেউতাকে মাষ্টৰ ককাকলৈ চাই ক'লে, “মাষ্টৰ মামা তুমি হাড়ে-হিমজুৱেই মাষ্টৰ! তোমাৰ এই যত্নৰ, এই কষ্টৰ কেনেকৈ প্ৰশংসা কৰিম মই বুজি পোৱা নাই। কেঁচা লোহাক ইস্পাত বনাই দেখুৱালা মামা। সঁচাকৈয়ে তুমি শিক্ষক শ্ৰেণীৰ আদৰ্শনীয় লোক মামা।”

মাষ্টৰ ককাকে কিছু সময় মনে মনে থাকি ক'লে, “এতিয়া তোমালোকে স্ফুৰ্তি কৰা, আনন্দ কৰা। অন্য কোনোবা সময়ত মই বাৰু এই বিষয়ে তোমাক বুজাই ক'ম পিতা। মানুৰ খবৰটো মই আমাৰ আইতাককো কওঁগৈ। মানু তেওঁৰ জীউ লাউটোৰ দৰে, খবৰটো শুনি বৰ সুখ পাব তেওঁ। মোৰ স্কুলৰ পৰা প্ৰত্যেক বছৰে এজন বা দুজনে বৃত্তি পায়য়ে। কিন্তু জিলাৰ ভিতৰত এইবাৰেই মোৰ ছাত্ৰ প্ৰথমবাৰৰ বাবে প্ৰথম হৈছে, সেইয়াও মোৰ অতিকৈ মৰমৰ নাতি মানুৱে হৈছে। মোৰ কষ্ট বা যতনৰ ইয়াতকৈ ডাঙৰ স্বীকৃতি আৰু মোক কি লাগিছে! বাৰু পিতা, মই এতিয়া আহোঁ।” কথাখিনি কৈ মাষ্টৰ ককাক যাবলৈ উঠিল।

“সেইটো কেনেকৈ হ'ব মামা, তুমি ভাত খাইহে যাব লাগিব।” ওচৰতে থকা মানসৰ খুৰাকে ক'লে, “তুমি ইমান যতন কৰি পঢ়ুওৱা তোমাৰ মৰমৰ নাতিয়ে ইমান ডাঙৰ কাম কৰিলে। আকৌ কালিলৈ সি নলবাৰীলৈ গুচিয়ে যাব। এনে ক্ষেত্ৰত তুমি তাৰ সৈতে ভাত-সাজকে খাই যোৱাচোন। মই ঘুটলেৰ হতুৱাই ইতিমধ্যে ছয়টা পাৰ পোৱালি মাৰি বাচিবলৈ দিছোঁৱে। অকণমান ৰহা, অলপ পিছতে ভাত হ'বই।”

সেইদিনা অনেক নিশালৈকে হাঁহি-স্ফুৰ্তিৰ লগতে মানসহঁতৰ ঘৰত খোৱা-লোৱাৰো ধুম-ধাম চলিল। খুৰাকে জ্বলাই দিয়া 'পেট্ৰমাক্স' লাইটৰ

পোহৰত মানসে ককাক, মাষ্টৰ ককাক, দেউতাক সকলোৰে সৈতে দীঘলীয়া বাৰাণ্ডাখনতে বহি ভাত খালে। সেইদিনা মানসক ঘৰৰ অন্য সৰু ল'ৰা-ছোৱালী কেইজনৰ লগত বহিবলৈ নিদি দেউতাক আৰু মাষ্টৰ ককাকৰ মাজত বহুৱাই ভাত খাবলৈ দিছিল। নিশা বহুত হৈছিল। ভাত খাই উঠাৰ পিছত মাষ্টৰ ককাক কেতিয়া গ'লগৈ সি আৰু গম নেপালে। কাৰণ তাৰ বহু সময় আগতেই সি কেতিয়াবাই টোপনিত লালকাল হৈ শুই পৰিছে।

## ॥ এঘাৰ ॥

বহু সময় পিঠিত ঢকিয়াই-ঢকিয়াই মতাৰ পিছত মানসে টোপনিৰপৰা যেতিয়া সাৰ পায়, তেতিয়াও ৰাতি হৈয়ে আছে। উঠি বহিবলৈ মানসৰ বৰ এলাহ লাগিছিল। ইমান ৰাতিতে উঠাৰ অভ্যাসতো নাইয়ে তাতে যোৱা ৰাতি শোওঁতেই যথেষ্ট পলম হৈছিল। দেউতাকেও পলম হৈ যাব বুলি অনেক কেইবাৰ তাগিদা দিয়াত অৱশেষত মানসে এলাহ-এলাহকৈ বিছনাৰপৰা উঠিল। জ্বলি থকা লেম্পটোৰ পোহৰটো তাৰ বৰ উজ্জ্বল উজ্জ্বল যেন লাগিছে। সেই পোহৰতে দেখিলে দেউতাকে ধুতি-খন পিন্ধিব ধৰিছে। অলপ আগতে গা ধুৱাই অনা ককায়েকে ঠাণ্ডাতে ঠক্‌ঠককৈ কঁপিব ধৰিছে। ককায়েক অৰ্পণে দোৰা-দোৰিকৈ গামোচাৰে গাটো মচি লৈ কাপোৰ পিন্ধিব ধৰিলে। এইবাৰ মানসে অনিচ্ছা সত্ত্বেও মাকৰ তাগিদাত গা ধুবলৈ যাবলৈ ওলাল।

গা ধুৱাই আনি মাকে মানসক নতুন কাপোৰ-যোৰ, চুৱেটাৰটো আৰু জোতাযোৰ পিন্ধাই দিলে। আইতাকে কাঁহৰ বাতিত গৰম গাখীৰ আৰু চিৰাৰ জলপান আনি তিনিওকে খাবলৈ দিলে। চাহ-জলপান খাই মানস আৰু অৰ্পণে ককাকক সেৱা কৰিলেগৈ। সিহঁতৰ পিছে পিছে ককাক, আইতাক, খুৰীয়েক, মাক আটাইয়ে বাহিৰৰ বনৰ চোতাল-খনলৈ ওলাই আহিল। দেউতাকৰ লগতে দুয়োৰে গোসাঁইঘৰত সেৱা কৰি যাবলৈ খোজ ল'লে। ককাকহঁত আটাইয়ে আহি পদুলিমুখৰ পৰা সিহঁত যোৱা চাই থাকিল। ৰাতি পুৱালেই পিছদিনা সোমবাৰ পৰিব। সোমবাৰে পুৱফালে যাত্ৰা কৰিব নাপায়। সেয়েহে এই শেষ ৰাতি দেউতাকে সিহঁতক লগত লৈ এনেদৰে ৰাতি-ৰাতিয়ে ওলাবলগীয়া হৈছে।

এন্ধাৰ ৰাতিৰ আকাশত তৰাবোৰ ট-টকৈ জিলিকিছে। মানসৰ

মনত আনন্দ লাগিলেও বেছি দুখহে লাগিছে। গোমতী গাঁৱৰ এই আকাশ, এই গছ-গছনি, এই বাঁহনি, এই পথাৰ এৰি এখন সম্পূৰ্ণ বেলেগ ঠাইলৈ আজি খোজ পেলাইছে সি, য'ত তাৰ মাক, আইতাক, ককাক বা মাষ্টৰ ককাক নাথাকিব। পুহ মাহৰ শেষ নিশা—ম'হৰ শিং কঁপোৱা জাৰত দুয়ো ককায়েক-ভায়েকৰ ঠাণ্ডাত কঁপনি উঠি দাঁতৰ কৰ্কৰণি উঠি গৈছে। ইপিনে দেউতাকে সিহঁতক মানুহেৰে ঠাহ খাই থকা ভাগৱতী চুপাৰ ৰাস্তাটোৰে টানি আনিছে পশ্চিম ফালৰ বাঁহেৰে সুৰঙ্গৰ দৰে হৈ থকা পথটোৰে। এন্ধাৰ নিৰ্জন শেষ নিশা দেউতাক লগত থকা সত্ত্বেও দুয়োৰো ভয় লাগিছে। সিহঁতে দেউতাকৰ হাতত ধৰি আহিব বিচৰা সত্ত্বেও সিহঁতক আগে আগে যাব দি নিজে পিছে পিছে কিয় আহি আছে মানসে বুজি পোৱা নাই। মানসহঁতে ভয় লগা বুলি ক'লেও কয়, "মই লগে লগে গৈয়ে আছোঁ নহয়, গৈ থাকচোন।"

পুখুৰীটো পাৰ হৈ উত্তৰ মুৱা পাকটো ঘূৰাৰ আগতে মানসে পিছফালে মুখ কৰি এবাৰ বহু দূৰৈত এৰি থৈ অহা ঘৰৰ পদূলিটোলৈকে চালে। দূৰৈৰ তৰা এটিৰ দৰে এন্ধাৰৰ মাজতে লেম্পৰ সৰু পোহৰটো চকুত পৰিল তাৰ। বিদায় দিয়াৰ সময়ত ককাকে হাতত লৈ অহা লেম্পটো লৈ থিয় হৈয়ে আছে নিশ্চয়। এন্ধাৰত মানসহঁত কেতিয়াবাই নেদেখা হৈ যোৱা সত্ত্বেও কিয় তেওঁলোকে তাত বৈ আছে মানসে নুবুজিলে। আহিবৰ সময়ত মানসে দেখিছিল, একমাত্ৰ ককাকৰ বাহিৰে বাকী আন সকলোবোৰে মনে মনে চকুপানী মচিছে। ককাকে মাথো সেই তাকো শিকোৱা "ধেনুৰ্বৎস প্ৰযুক্তা" শ্লোকটি ভুনভনাই মাতি আছে। মানসে জানে, ককাক এনেকুৱাই, একো দুখতে নাকান্দে। সমতা বায়েক ঢুকুৱাৰ দিনা ঘৰখনৰ সকলোৱে কান্দি-কাটি আউলি বাউলি, কিন্তু ককাকে তাইক শ্মশানলৈ নিয়া যোগাৰ কৰাতহে লাগি থাকিল। মানসে ভাবিলে, ককাকে বোধহয় কান্দিবই নেজানে। নহ'লে হয়তো ককাকৰ চকুত সিহঁতৰ দৰে চকু পানীয়ে নাই। আলি কেঁকুৰীটো ঘূৰাৰ পিছত লেম্পৰ সেই অনুজ্জ্বল পোহৰটো মানসৰ চকুৰপৰা আঁৰ হৈ গ'ল।

কিছুদূৰ অহাৰ পিছত সিহঁত ওজাপাৰাৰ জনবসতিপূৰ্ণ অঞ্চলটোত সোমালহি। ঘৰ-দুৱাৰবোৰ নিশাৰ আন্ধাৰত প্ৰকাণ্ড একোটা দৈত্যৰ দৰে থিয় হৈ আছে। কিছুদূৰ অহাৰ পিছত ওজাপাৰাৰ তিনি আলিটোৰ বাঁহৰ তলত, তৰাৰ পোহৰতে এটা ছায়া মূৰ্ত্তি থিয় হৈ থকা দেখি মানসহঁতে বেছ ভয় খালে। সিহঁতে থমকি ৰৈ দেউতাক ওচৰ পোৱালৈকে চালে। দেউতাক কাষ চাপি অহাত মানসে সৰু মাতেৰে ক'লে, "দেউতা, সেইটো কিবা থিয় হৈ আছে।"

ঠিক তেনেতে বিপৰীত ফালৰপৰা মানুহজনে কৈ উঠিল, "মানুহঁতক লৈ আহিলা পিতা?"

মানসে বুজি পালে মাতটো, "সেইয়া তাৰেই মাষ্টৰ ককাকৰ মাত।" দেউতাকে আশ্চৰ্য প্ৰকাশ কৰি সুধিলে, "মাষ্টৰ মামা, তুমি? ইমান ঠাণ্ডাত টোপনিৰপৰা উঠি আহিছা?"

মাষ্টৰ ককাকে ব্ৰজ-গম্ভীৰ মাতেৰে ক'লে, "মই টোপনি যোৱাই নাছিলোঁ পিতা। দুখ-দুশ্চিন্তাই যিদৰে মানুহক নিদ্ৰাসুখৰপৰা বঞ্চিত কৰে ঠিক তেনেকৈ অতিমাত্ৰা আনন্দইও মানুহৰ চকুৰপৰা টোপনি কাঢ়ি নিয়ে। তোমালোকৰ তাৰ পৰা আহি শুবলৈ মই বৰ যত্ন কৰিলোঁ, কিন্তু আনন্দৰ আতিশয্যত চকুৰ পতাই জাপ নগ'ল। ইফালে মই আকৌ চোলাৰ পকেটত লৈ যোৱা মানুৰ চাৰ্টিফিকেটখন দিবলৈও পাহৰি থাকিলোঁ তোমাক। ভাবিলোঁ, বোলো ঘৰলৈ যোৱাতকৈ বাটত লগ ধৰিয়ে চাৰ্টিফিকেটখনো দিওঁ আৰু মানুহঁতকো বিদায় দি আহোঁ।"

কথা কৈ কৈ তেওঁ চোলাৰ পকেটৰপৰা চাৰ্টিফিকেটখন উলিয়াই মানসৰ দেউতাকৰ হাতত দিলে। তাৰ পিছত তেওঁ মানস আৰু অৰ্পণ দুয়োকে দুই হাতেৰে ওচৰ চপাই আনি দুয়োৰে মূৰ দুটা পিহি দি ক'লে, "যা বাচাহঁত। মানু, তই এদিন ডাঙৰ মানুহ হৈ ধুনীয়া গাড়ীৰে অমল চলিহা, স্নেহ বৰুৱাৰ দৰেই মোৰ ঘৰলৈ আহিব লাগিব, মনত ৰাখিবি। এতিয়াৰে পৰা দেউতাৰে কোৱা মতেই পঢ়া-শুনা কৰিবি। আৰু অৰ্পণ, তইও ভালদৰে পঢ়িবি, মানসৰ দৰে পঢ়া-শুনাত নাম কৰিবলৈ তইও যত্ন

কৰিবি। তহঁতৰ দেউতাৰ, ককাৰ, বৰ পণ্ডিত মানুহ। পণ্ডিতৰ ল'ৰা পণ্ডিত হ'বই লাগিব, এই কথা সদায় মনত ৰাখিবি। তহঁত ডাঙৰ মানুহ হ'লে আমাৰ কিমান যে আনন্দ হ'ব।"

"তোমাক মোৰ কৃতজ্ঞতা জনাবৰ ভাষা নাই মামা।" ঠোকাঠুকি মাতেৰে মানসৰ দেউতাকে ক'লে, "মানুহৰ দৰে মদগৰ্বী গোঁৱাৰ ল'ৰা এজনকো তোমাৰ দৰে বয়োবৃদ্ধ মানুহ এজনে যে কি যাদুৰে বশ কৰি শিকাই-বুজাই উলিওৱাই নহয়, জিলাৰ ভিতৰতে প্ৰথম হৈ বৃত্তি পাব পৰাও কৰি দিলা। মানু, অৰ্পণ, দুয়ো ককাৰক সেৱা একোটা কৰ।"

মাষ্টৰ ককাকৰ ভৰি চুই সেৱা কৰা মানস আৰু অৰ্পণক হাতেৰে তুলি লৈ তেওঁ ক'লে, "হ'ব হ'ব। তহঁত কুশলে থাক, ডাঙৰ মানুহ হ।" মাষ্টৰ ককাকে এইবাৰ সিহঁতৰ দেউতাকক উদ্দেশ্য কৰি ক'লে, "তুমি দেখোন কান্দিছা পিতা। কান্দা পিতা, হিয়াই নধৰা আনন্দত মানুহে কান্দেই।"

"এৰা মামা।" পকেটৰপৰা ৰুমালখন উলিয়াই চকু আৰু নাকৰ পানীখিনি মচি মচি দেউতাকে ক'লে, "হিয়াই নধৰা আনন্দই কন্দুৱাইছে মামা। আজি মোৰ কিমান আনন্দ যিজন ল'ৰাই কোনোদিনে লিখিব-পঢ়িব নোৱাৰিব বুলি ভাবিছিলোঁ, যাৰ কাৰণে বংশৰ নামেই নষ্ট হ'ব বুলি আশংকা কৰিছিলোঁ, সেইজন ল'ৰাই পঢ়া-শুনা শিকাই নহয়, জিলাৰ ভিতৰতে প্ৰথম হৈ বৃত্তি লাভ কৰিলে। আজি ৰেডিঅ'ত তাৰ নাম প্ৰচাৰ হৈছে, দুদিন পিছত বাতৰি-কাগজত তাৰ ছবি ওলাব, য'ত লিখা থাকিব সি মোৰেই পুত্ৰ বুলি। ইয়াতকৈ গৌৰৱৰ আৰু আনন্দৰ কথা মোৰ বাবে কি হ'ব পাৰে। কিন্তু জানা মামা, এই বিৰাট আনন্দৰ মাজতো মনটো এক গভীৰ দুখে ভাঙি পেলাইছে মোৰ।"

মাষ্টৰ ককাকে আচৰিত হৈ সুধিলে, "ইয়াত আৰু দুখ কৰিবলগীয়া কিটো আছে পিতা?"

"আছে মামা।" দেউতাকে কৈ গ'ল "মানুহৰ জীৱন কি বৈচিত্ৰ্যময়, বিধিৰ কি নিঠুৰ বিধান চোৱা মামা। এই অবুজন শিশু দুটিক মাক,

ককাক, আইতাক, খুৰাক, খুৰীয়েকৰ বুকুৰ মাজৰপৰা এই শেষ ৰাতি কেনেদৰে আঁজুৰি উলিয়াই আনিছোঁ। ঘৰৰ পৰা আজি সিহঁতক বাহিৰৰ জগতখনিলৈ গতিয়াই উলিয়াই দিছোঁ নিষ্ঠুৰ জীৱনৰ সংগ্ৰামী সাজিবলৈ। জীৱনৰ সংগ্ৰামী ৰণুৱা সাজিবলৈ সিহঁতক উলিয়াই আনিছোঁ। সিহঁতৰ বাবে আজিৰে পৰা জীৱন সংগ্ৰাম এনেদৰেই আৰম্ভ হৈ গ'ল……।"

মাষ্টৰ ককাকে বৰ গহীন সুৰত ক'বলৈ ধৰিলে, "দুখ নকৰিবা পিতা, সংগ্ৰামেইতো জীৱন। তুমি চিন্তা নকৰিবা, সিহঁত নিশ্চয় এদিন তোমাৰ যোগ্য সন্তান হৈ ওলাব। মানুৰ কৃতিত্বৰ বাবে বাৰে বাৰে তুমি মোকহে প্ৰশংসা কৰিছা, কিন্তু মই সেই প্ৰশংসাৰ পাত্ৰ প্ৰকৃততে নহয়। জন্মগতভাৱেই মানুহে বংশানুক্ৰমিক বুদ্ধিবৃত্তি লৈ আহে। কিন্তু সেই বুদ্ধিবৃত্তিক সুপথে পৰিচালিত কৰি আনিব পৰাটোহে কথা। মানসৰ মাজত তোমাৰ বা তোমাৰ দেউতাৰ বুদ্ধিমত্তা যে আছে সেইয়া তাৰ সুন্দৰ আখৰ দেখাৰ দিনাই মই উপলব্ধি কৰিছিলোঁ। সোণালী জয়ন্তী উৎসৱক কেন্দ্ৰ কৰি তাক লগত লৈ গাঁওত অনেক কেইদিন ফুৰা-চকা কৰি মই তাৰ চাল-চলনবোৰ পৰ্যবেক্ষণ কৰি গৈছিলোঁ, কিহত সি ভাল পায়, কিহত বেয়া পায়। সেই কেইদিনমানৰ পৰ্যবেক্ষণৰ পৰাই মই জানিব পাৰিলোঁ যে মানু শাসনৰ বাধ্য নহয়, সি মৰমৰহে বশ। তাৰ অন্তৰখন যিমান সহজ-সৰল সিমানেই জেদীও।"

মাষ্টৰ ককাকে অলপ বৈ পুনৰ ক'বলৈ ধৰিলে, "তোমালোকৰ ঘৰখনৰ পৰিৱেশ অতি সুন্দৰ, যিটো গাঁওখনৰ আন কাৰো ঘৰতে নাই। আগফাল পিছফাল দুয়োফালে খোলা আকাশ, খোলা বতাহ, দুখনকৈ ফুলনিৰ উপৰিও নানা ফুলেৰে চৌহদটো ভৰ্তি। প্ৰাকৃতিক পৰিৱেশৰ দৰেই সুন্দৰ ধৰ্মীয় পৰিৱেশ এটাও আছে সেইখন ঘৰত। সামাজিক কামলৈ আগবাঢ়ি ওলাই আহি তুমি নানান ডাঙৰ ডাঙৰ সৈতে মিলা-মিচা কৰিবলৈ ল'ৰা-ছোৱালীহঁতক সুবিধা কৰি দিছা। ৰাতিপুৱাৰে পৰা ৰাতিলৈকে তোমাৰ দেউতাৰাবপৰা আৰম্ভ কৰি কণমানিটোলৈকে

সকলোৱে লিখা-পঢ়াকে কৰি থাকে। তথাপিও মানসে কিয় পঢ়িবলৈ আগ্ৰহী হোৱা নাছিল জানানে পিতা ?"

মানসৰ দেউতাকে অলপ চিন্তা কৰি উত্তৰ দিলে, কিনো হ'ব আৰু, তাৰ গোঁৱাৰামী স্বভাৱৰ বাবে।"

"নহয় পিতা, তুমি ভুল কৰিছা।" মাষ্টৰ ককাকে কৈ গ'ল, "সি পঢ়িবলৈ ইচ্ছা নকৰাৰ মূল কাৰণ হ'ল কৌশলপূৰ্ণ যত্নৰ অভাৱ। শাসন কৰাৰ বাহিৰে তোমালোকে কোনোদিনে তাক মৰমেৰে আলফুলে কাষত বহুৱাই লৈ কোনোৱেতো পঢ়োৱা নাছিলা। মৰম আকুল শিশুমনে মৰম নাপালে বা অভিভাৱকৰ সৈতে সহজ হ'ব নোৱাৰিলে, অভিভাৱকে কোৱা কামৰ প্ৰতি সিহঁত কেতিয়াও আগ্ৰহী নহয়। আনহাতে মাষ্টৰ শব্দটোৰ প্ৰতিয়ে তাৰ এটা বিদ্বেষৰ ভাব আহি পৰিছিল। কাৰণ যি কেইজন ঘৰুৱা মাষ্টৰ ৰাখি দিছিলা সেই আটাই-কেইজনে তাক ধমকি দিয়ে, স্কেলেৰে কোবায়। স্কুললৈ গৈ মাষ্টৰৰ ৰূপ আৰু বেছি ভয়াবহহে দেখিলে, যেতিয়া ডাঙৰ ডাঙৰ ল'ৰা-ছোৱালীবোৰক কোবোৱা বেঞ্চত তুলি থোৱা, বাৰাণ্ডাত আঁঠুকঢ়াই থোৱা আদি দেখিলে। তাৰ মনত এটা ধাৰণা হৈ গ'ল যে পঢ়া-শুনা কৰিব গৈ যদি এনেকুৱা শাস্তিকে খাব লাগে, তেনেহ'লে সেই পঢ়া-শুনা নকৰাই ভাল। কোনোৱে তাৰ মগজুত এইটো সুমুৱাই দিব পৰা নাছিল যে ডাঙৰ হ'বলৈ পঢ়া-শুনা কৰিব লাগে। পঢ়া-শুনা কৰি ডাঙৰ হ'লে কেনেকুৱা ভাল হয়, কেনেকুৱা ডাঙৰ হয় এইবোৰ তাক কোনোৱে বুজাব পৰা নাছিল। মই তাক ফলি-পেঞ্চিল, বহী-কিতাপৰ মাজত আৱদ্ধ নকৰি ফুৰাৰ চলেৰে এইবোৰ কথা বুজাই-বঢ়াই পঢ়াৰ প্ৰতি তাৰ মনৰ আগ্ৰহটো প্ৰথমতে বঢ়াই লৈছিলোঁ। সেই আগ্ৰহ, সেই ঔৎসুক্যতাৰেই সি আৰম্ভ কৰিছিল পঢ়িবলৈ। তুমি মই যেনেকৈ আমাৰ কামৰ স্বীকৃতি বিচাৰোঁ, প্ৰশংসা বিচাৰোঁ একেদৰেই শিশুৱেও সেয়া বিচাৰে। মই তাক সময়ে সময়ে পঢ়াৰ বাবে উপহাৰ আদি দি তাৰ কষ্টৰ স্বীকৃতি আৰু প্ৰশংসা কৰিছিলোঁ। বাবেই সি দিনৰ পিছত দিন বেছি আগ্ৰহী হৈ আহিছিল পঢ়িবৰ বাবে,

যিহঁৰ বাবে সি ইমান ডাঙৰ গৌৰৱৰ কাম এটি কৰিবলৈও সক্ষম হ'ল।"

এইবাৰ কথাৰ সুৰটো সলনি কৰি তেওঁ ক'লে, "বহুত কথাকে ক'লোঁ। বাৰু পিতা, মই আৰু তোমালোকৰ পলম নকৰাওঁ। ৰাতিও পুৱাওঁ-পুৱাওঁ হৈছে। মই এতিয়াহে অকণ শুমগৈ। অৰ্পণ, মানু, যা গৈদে।"

মাষ্টৰ ককাকৰ কথাবোৰ নীৰৱে শুনি থকা মানসৰ দেউতাকে ক'লে "যোৱা মামা, সিহঁতক আশীৰ্বাদ কৰি থৈ যোৱা যাতে তোমাৰ দৰে মহান উদাৰ শিক্ষকৰ আপ্ৰাণ প্ৰচেষ্টা আৰু কৃতিত্বক সিহঁতৰ কীৰ্তিৰে জীয়াই ৰাখিব পাৰে।"

"মোৰ আশীৰ্বাদ চিৰদিনেই থাকিব সিহঁতৰ প্ৰতি। যোৱাগৈ পিতা, যোৱা।" কথাখিনি কৈ কৈ মাষ্টৰ ককাকে বাঁহৰ তলৰ বাটটোৰে উভতি গ'ল। ওপৰৰ আকাশেদি কাউৰী এজনীয়ে কা কা কৈ উৰি গৈ ৰাতিপুৱাই অহাৰ আগজাননী দি গ'ল। আধা-আন্ধাৰ, আধা-পোহৰ পথটোৰে গৈ থকা মাষ্টৰ ককাকলৈ চাই মানসে অনুভৱ কৰিলে আন্ধাৰ ফালি ফালি এচটা যেন পোহৰহে গৈ আছে।

"ব'ল ব'ল বাছৰ সময়ে হ'বহি। পলম হ'লে প্ৰথম বাছখন নাপাম।" দেউতাকৰ তাগিদা পাই মানস আৰু অৰ্পণে এইবাৰ তেওঁৰ সৈতে বেগাই খোজ ল'লে। মানসে এতিয়াহে বুজিলে কিয় এই এন্ধাৰ নিশা ককায়েক আৰু তাক আগবঢ়াই দি দেউতাক পিছে পিছে আছিল। তাৰমানে দেউতাকে সিহঁতক লৈ আহি ওৰে বাটে চকুপানী মচি আহিছিল আৰু তেওঁ কন্দা দেখিব বুলিয়ে তেওঁ সিহঁতক আগে আগে যাব দি আছিল। মানসে আজি এয়া দ্বিতীয় দিন দেউতাকৰ চকুত চকুপানী দেখিলে। প্ৰথম দিনা দেখিছিল সমতা বাইদেউৰেক চুকোৱাৰ দিনা আৰু আজি দ্বিতীয় দিন। মানসে অনুভৱ কৰিলে একেজন মানুহেই কান্দিছে, একেই চকুপানী। অথচ দুয়োদিনৰ এই চকুপানীৰ মাজত কিমান পাৰ্থক্য! সিদিনা আছিল অন্তৰ চূৰ্ণ-বিচূৰ্ণ হৈ যোৱা শোকৰ আৰু আজি বেদনাসিক্ত আনন্দ তথা গৌৰৱৰ।

মানসহঁতে আহি আহি গোমতী গাঁৱৰ সীমা পোৱাত লাহে লাহে ৰাতি-পুৱাই আহিল। অদূৰৈৰ বাঁহনিত থকা শালিকাৰ জাক এটাৰ কোলাহল, আৰু কাউৰীৰ মন চুই যোৱা চিঞৰ একোটাই এটা নতুন দিনৰ সূচনাকে জনাব ধৰিলে। আদিগন্ত তেতিয়াও কুঁৱলিয়ে আবৰি আছেই। সেই কুঁৱলি ফালি গাঁৱৰ সীমাত থকা চিতোৰাম হোলাৰ দলঙৰ পৰা নামি আহোতে পথৰ কাষতে থকা সৰু বকুল এজোপালৈ চকু গ'ল মানসৰ। ৰিব ৰিব মলয়া বতাহত বকুলজোপাৰ পৰা সুমধুৰ গোন্ধ এটা ভাহি আহিছে। বকুলজোপাৰ সৰু গা গছডালত মেৰিয়াই আধামানলৈ বগোৱা বনৰীয়া লতাডালৰ আগত ফুলি থকা বেগুনীয়া ফুল দুপাহ মৃদু মলয় বতাহত লাহে লাহে লৰচৰ কৰি আছে। সেই বনৰীয়া ফুল দুপাহেৰে সৈতে লতাডাল দেখি তাৰ চাৎকৈ মনত পৰি গ'ল পৰ্টিকৰ কাষৰ শুকান বাঁহডালত বান্ধি দিয়া নৱমল্লিকাৰ লতাডাললৈ। ৰাতিতে ওলাই অহা বাবে সি তাৰ মৰমৰ নৱমল্লিকা লতাডাল নেদেখিলে। পুৱাৰ এই ৰিব ৰিব মলয়া বতাহত, পৰ্টিকৰ টিঙৰ ওচৰতে ফুলিবলৈ লোৱা নৱমল্লিকাৰ লতাডালৰ ফুলৰ থোপা দুটাও এই বনৰীয়া ফুল দুপাহৰ দৰেই দুলিছে চাগৈ।

দেউতাকৰ তাগিদাত মানসহঁতে এইবাৰ আৰু অলপ বেগাই খোজ ল'লে। নলবাৰীলৈ যোৱা চাৰে পাঁচ বজাৰ গাড়ীখন ধৰিবলৈ এতিয়াও যে আছে আধা মাইলতকৈও বেছি বাট।*

* কাহিনীৰ সময়কাল ইংৰাজী ১৯৫৫ চনৰ পৰা ১৯৬০ চনলৈকে।